# অন্তৰা

অণু বৰুৱা



॥ মনোৰমা প্ৰকাশ ॥
যোৰহাট—২ ( অসম )

॥ প্ৰকাশক ॥
শ্ৰীৰমেন চৌধুৰী
**মনোৰমা প্ৰকাশ**
টাউন ষ্টেচন্ ৰোড্
যোৰহাট—২ ( অসম )

॥ বেটুপাত শিল্পী ॥
শ্ৰীবিজয় মণ্ডল
কলিকতা

॥ প্ৰথম প্ৰকাশ ॥
১৯৭০

॥ ছপাওঁতা ॥
শ্ৰীবীৰেন্দ্ৰ মোহন বচাক
শ্ৰীদুৰ্গা প্ৰিণ্টিং হাউচ
১০, ডাঃ কাৰ্ত্তিক বোস ষ্ট্ৰীট,
কলিকতা—৯

॥ মূল্য ॥ **তিনি টকা পঁঞ্চাশ পইচা** ॥

আমাৰ ভাষাসাহিত্যলৈ অপৰিসীম বৰঙনি যোগাওঁতা, উদ্দীপ্ত মনৰ শ্ৰদ্ধেয় আব্দুল মালিক ডাঙৰীয়াৰ হাতত অৰ্পণ কৰিলোঁ।

## আগলিবতৰা

ক'ৰবাত শুনা মনত আছে, দেশত মধ্যবিত্ত শ্ৰেণীটো যিমানেই বাঢ়ে, সিমানেই উপন্যাস সাহিত্যৰ জনপ্ৰিয়তাও বাঢ়ে। এই কাৰণেই বোধকৰোঁ ইংলণ্ড আৰু আমাৰ দেশত উনবিংশ শতাব্দীত উপন্যাস সাহিত্যৰ জনপ্ৰিয়তা বাঢ়িছিল। বৰ্ত্তমান আমাৰ অসমীয়া সাহিত্যত উপন্যাসৰ জনপ্ৰিয়তা বাঢ়িছে। উপৰুক্ত কথাষাৰ যদি সঁচা হয়, তেন্তে আমাৰ দেশত মধ্যবিত্ত শ্ৰেণী এটা গঢ়ি উঠিছে বুলি কলে সম্ভৱ ভুল নহব।

আমাৰ ভাষাসাহিত্যত উপন্যাস বস্তুটো তেনেই চালুকীয়া সৃষ্টি। আমাৰ উপন্যাস সাহিত্যই ৰজনীকান্ত বৰদলৈৰ হাতত ভালকৈ গঢ় ললে বুলি কলে কিজানি ভুল কৰা নহব। বৰদলৈ সৌ-সিদিনাৰ মানুহ। গতিকেই আমাৰ উপন্যাস সাহিত্য চালুকীয়া সৃষ্টি বুলি কৈছোঁ। অৱশ্যে আমেৰিকান ব্যাপ্তিষ্ট মিছনৰ কোনো কোনো পাদুৰী চাহাবে বৰদলৈৰ আগতে আমাৰ সাহিত্যত উপন্যাস সৃষ্টি নকৰাকৈ নাছিল। এইবোৰক আচলতে উপন্যাস বস্তু নুবুলি কাহিনীবস্তু বুলিলে সম্ভৱতঃ ভাল হব। এই কাহিনীবস্তু সমূহ উদ্দেশ্যধৰ্ম্মী সৃষ্টি। এইবোৰৰ উদ্দেশ্য হৈছে ধৰ্ম্ম মতবাদ আৰু ধৰ্ম্ম মতবাদে সৃষ্টি কৰা সামাজিক ৰীতি পদ্ধতিৰ সংঘাতৰ জৰীয়তে বিশিষ্ট এক ধৰ্ম্ম-মতবাদৰ শ্ৰেষ্টত্ব প্ৰমাণ কৰা। গতিকে এইবোৰ সৃষ্টিক উদ্দেশ্যধৰ্ম্মী বোলা হৈছে।

উপন্যাস সাহিত্যৰ দুটা বিশিষ্ট প্ৰকাশধাৰাৰ বিষয়ে কিছুদূৰ সম্ভেদ পাওঁ। এটা হৈছে মনস্তাত্বিক আৰু আনটো হৈছে বৰ্ণাত্মক। মনস্তাত্বিক উপন্যাসত সাধাৰণতে অসাধাৰণ চৰিত্ৰ বিশ্লেষণ কৰা হয়। সেই অনুপাতে কাহিনীভাগো অসাধাৰণ হয়। বৰ্ণাত্মক উপন্যাসত জীৱনৰ এছোৱাৰ বৰ্ণনা চিত্ৰিত কৰা হয়। এনে বৰ্ণনাত যে মনস্তত্বৰ

ছিটিকণি নপৰাকৈ থাকে সেইযাৰ কথাও নহয়। উদাহৰণ স্বৰূপে কব পাৰি, ছদ্ম নামেৰে ৰচনা কৰা ডঃ বিৰিঞ্চিকুমাৰ বৰুৱাৰ দুয়োখন উপন্যাস বৰ্ণনাধৰ্ম্মী যদিও এই উপন্যাস দুখনে মানুহৰ আত্মাৰ গভীৰ তলিৰ সঁহাৰি নিদিয়াকৈয়ো নাথাকে।

দুইচাৰিটা গল্প লেখিছো যদিও মোৰ এই "অন্তৰৰা" বোলা উপন্যাসখন উপন্যাস সাহিত্যসৃষ্টিৰ ক্ষেত্ৰত প্ৰথম প্ৰচেষ্টা। অসমীয়া উপন্যাস প্ৰায়বোৰেই পঢ়িছোঁ। সেইদৰে দুইচাৰিখন বিদেশী উপন্যাসো পঢ়িছোঁ। এই উপন্যাস সমূহেই মোৰ এই প্ৰথম প্ৰচেষ্টাৰ অনুপ্ৰেৰণা। ইয়াত ব্যক্ত হোৱা কাহিনীভাগে বহুদিন ধৰি মোৰ মনটো থৌকিবাথৌকি লগাই আছিল। কিতাপখনত তাৰেই মাথোন প্ৰকাশ দিছোঁ।

কেইবাজনো বন্ধুবান্ধৱ, বিশেষকৈ উদীয়মান ঔপন্যাসিক নবীন-বৰুৱা আৰু ৰমাবেজবৰুৱাক পাণ্ডুলিপিখন চাইচিতি উৎসাহ দিয়াৰ কাৰণে তেওঁলোকৰ শলাগ ললোঁ। বস্তুটো কেনে হৈছে, কব নোৱাৰোঁ। মোৰ এই প্ৰথম প্ৰচেষ্টা সাৰ্থক হৈছে নে অসাৰ্থক হৈছে, সেইযাৰ কথাৰ দায়িত্ব আমাৰ সহৃদয় পাঠক পাঠিকা সকলৰ ওপৰত এৰিলোঁ। মনোৰমা প্ৰকাশ প্ৰতিষ্ঠানৰ স্বত্বাধিকাৰ শ্ৰীৰমেন চৌধুৰীয়ে কিতাপখনৰ প্ৰকাশৰ দায়িত্ব হাঁহিমুখে লোৱাৰ কাৰণে মই চিৰকৃতজ্ঞ। সদৌশেষত কিতাপখন আমাৰ সহৃদয় পাঠক পাঠিকা সকলৰ থাপনাত অৰ্পণ কৰিলোঁ।

নতুন দিল্লী ঃ
২ মাৰ্চ্চ ঃ ৭০ চন।

**অনু বৰুৱা**

• সৰুতে মাওৱা হলোঁ। তেতিয়া মোৰ বয়স সাত বছৰ মানহে হব। আই ঢুকোৱাৰ কথা মনত নপৰে। পিতাই ঢুকোৱাৰ কথাও ৰিণিকি-ৰিণিকিহে মনত পৰে। পিতাই ঢুকোৱাৰ এটা কথাহে মোৰ স্পষ্টকৈ মনত আছে। পিতাইক চাং এখনত বান্ধি গাঁৱৰ মানুহবোৰে লৈ যাওঁতে কব নোৱাৰাকৈয়ে আমাৰ গাঁওবুঢ়াই মোক কোলাত লৈ হুকহুকাই কান্দিছিল। যিজন গাঁওবুঢ়াক দেখিলে আমি গাঁৱৰ সৰু সৰু লৰাজাকে ভুত দেখা যেন পাইছিলোঁ, সেইজন মানুহেই যেতিয়া মোক কোলাত লৈ মৰম কৰিলে, মোক সাৱটি ধৰি হুকহুকাই কান্দিলে, তেতিয়া মনটো মোৰ কেনেবা লাগিল। তেতিয়াহে বুজিলো পিতাই ঢুকাল। পিতাইক আৰু কেতিয়াও দেখা নাপাওঁ। বেমাৰত ভুগি কেঁকাই কেঁকাই পাটীত পৰি থকা পিতাইৰ মুখখন এতিয়া মনত পেলালেহে মনত পৰে। পিতাইৰ স্মৃতি মাথোন সেইকণেই—আইৰ স্মৃতি বুলিবলৈ সিমান কণো নাই।

মই আৰু মোতকৈ দুবছৰৰ ডাঙৰ বাইজনী। আমি দুয়ো পিতাই ঢুকোৱাৰ পিছত তেনেই অকলশৰীয়া হৈ পৰিলোঁ। অৱশ্যে পিতাই ঢুকোৱাৰ দিনাবে পৰা আমি অকলশৰে আমাৰ ঘৰত থাকিবলগীয়া হোৱা নাছিল। গাঁওবুঢ়াই আমাক তেওঁৰ ঘৰতে আশ্ৰয় দিছিল। গাঁওবুঢ়াৰ ঘৰত আমি যথেষ্ট মৰম-আদৰ পাইছিলো যদিও মাজে মাজে মনটো বৰ বেয়া লাগিবলৈ ধৰিলে। সুবিধা পালেই আমি দুয়ো একেলগে নিৰলে বহি আকাশৰ পিনে চাই থাকোঁ। কিজানিবা পিতাইৰ মুখখন কেনেবাকৈ আকাশৰ গাত দেখা পাওঁ। কাৰণ পিতাই ঢুকাবৰ দিনা আমাক কোনোবা কোনোবাই কোৱা শুনিছিলোঁ, পিতাই হেনো আকাশৰ পিনে গুছি

গ'ল। বায়ে আকাশৰ পিনে চাই থাকি কান্দি দিয়ে। তাইক কন্দা দেখি ময়ো কান্দোঁ। এইদৰে আমি কন্দাকটা কৰা গাঁওবুঢ়াৰ ঘৰৰ কোনেও দেখা নাছিল।

এদিনৰ কথা, তেতিয়া চাকিবাতি লগাবৰ সময়। আমি দুয়ো এইদৰে আকাশৰ পিনে চাই বহি আছিলোঁ। বায়ে ফোঁপাই ফোঁপাই কান্দিছিল। তাইক কন্দা দেখি মোৰ বুকুখন গধুৰ লাগি আহিছিল। এনেতে গাওঁবুঢ়া ককাই আমাক ওচৰলৈ মাতিলে। ককা তেতিয়া পিৰালিত জুই ফুৱাই বহি আছিল। আমি দুয়ো ককাৰ ওচৰতে বহিলোঁ। ককাৰ হাতত হোকাচিলিম যোৰ আছিল। চিলিমৰ জুইখিনি ফুৱাই থাকোতে ককাৰ মুখলৈ চালো। জুইৰ পোহৰত দেখিলোঁ, কিবা এটা চিন্তাত যেন মগ্ন হৈ আছে, কপালৰ সীৰবোৰ থুপ খাই আছে। জুইখিনি ফুৱাই থকা সময়খিনি ককাৰ মুখলৈ একেথৰে চাই থাকিলোঁ। হোকাত দুটামান হোপা মাৰি ককাই গলখেকাৰি মাৰি আমাক কলে। বাইৰ নাম মালতী, মোৰ নাম ৰঙাই। ককাই কলেঃ 'হেৰ মালতী, হেৰ ৰঙাই, তহঁতৰ কপালত যি আছিল হল, সকলো ঈশ্বৰৰ ইচ্ছা। পিছে তহঁতৰ সংস্থান এটা কৰিব লাগিব। গঁঞাৰাইজেও মোকে দায়িত্ব দিছে। কাইলৈ তহঁত দুয়োকো লৈ মই চহৰলৈ যাম। তহঁত দুয়োকো দুঘৰত থোৱাৰ কথা ভাবিছোঁ। চহৰৰ হৰকান্ত মৌজাদাৰৰ ঘৰত লাচনি পাচনি কৰিবলৈ, মৌজাদাৰৰ বোৱাৰীয়েকৰ কেচুৱাটো চাবলৈ ছোৱালী এজনী হেনো লাগে। মালতীয়ে তাতে থাকিব পাৰিবি। মানুহঘৰ ভাল। ঘৰ বুলি থাকিবি, মৰম চেনেহ পাবি। একো চিন্তা নাই, হোকাত টান দি ককাই কথাখিনি কৈ গল। জুইকুৰা খুচৰি খুচৰি বায়ে ককাৰ কথাবোৰ কাণ পাতি শুনিলে। তাইৰ চকুযোৰ পাণীৰে চলচলীয়া হৈ পৰিছিল। তাৰ পিছত গাঁওবুঢ়া ককাই মোক কলেঃ ৰঙাই, তই থাকিবি বৰুৱা উকিলৰ ঘৰত। সেইঘৰ মানুহো ভাল। উকিলণী মানুহ গৰাকী বৰ



সাদৰীমানুহ। কালি চহৰলৈ যাওঁতে তেখেতসকলৰ ঘৰলৈও গৈছিলোঁ। কথাপ্ৰসঙ্গত তহঁতৰ বিপদৰ কথা কওঁতে উকিলণী আইদেৱে কলেঃ "গাঁওবুঢ়া, লৰাটো ইয়াতে থৈ যাবাহি। মই তুলিতালি ডাঙৰ কৰিম। জীৱ এটাৰ এথানি হব নালাগে।" ককাৰ মুখত কথাষাৰ শুনি চকুৰে নেদেখা সেই মানুহগৰাকীৰ প্ৰতি ভক্তিত মোৰ মূৰ দোঁ খালে। হোকাত টোৰোক্‌টোৰোক্ শব্দ তুলি ককা ইতিমধ্যে অন্যমনস্ক হৈ পৰিছিল। বায়ে নিৰৱে চকুপাণী টুকিছিল। তাই কন্দাৰ অৰ্থ বুজিব নোৱাৰিলোঁ। বোধকৰো তাই ককাৰ ওচৰৰ পৰা, গাঁওখনৰ পৰা আঁতৰি যাবলৈ পাই মনত দুখ পাইছিল। মোৰো বেজাৰ নলগা নহয়। তথাপি কান্দিব পৰা নাছিলোঁ। বায়ে যিমান সহজে চকুৰ পানী টুকিব পাৰে, সিমান সহজে মই নোৱাৰোঁ। কান্দিব নোৱাৰোঁ কাৰণেই হবলা বুকুখন গধুৰ লাগি থাকে। মনটোও ফৰকাল নালাগে।

পিছদিনা পুৱা আমি গাঁওবুঢ়া ককাৰ লগত চহৰলৈ ওলালোঁ। চহৰলৈ আমাৰ গাঁওৰ পৰা প্ৰায় আঁঠ মাইল বাট। ককাৰ লগে লগে আমি খোজ দিলোঁ। ককাৰ দীঘল দীঘল খোজৰ লগত খোজ পেলাব নোৱাৰি আমি একো একো সময়ত লৰ দিব লগাত পৰিছিলোহঁক। বাটছোৱা বৰ দীঘলীয়া যেন লাগিছিল। ককাৰ কাৰণে এই ছোৱা এবেগৰ বাট, কাৰণ প্ৰায়েই ককা চহৰলৈ অহা যোৱা কৰি থাকে। বাটত ককাই বেচি কথা কোৱা নাছিল। ককাক আনদিনাতকৈ গহীন যেন লাগিছিল। মাজে মাজে মাথোন "মা-ধৰ" বুলি দীঘলকৈ উশাহ লৈছিল। ককাৰ মাতষাৰে নিস্তব্ধতা ভঙাৰ বাহিৰে আৰু কোনো কথাবতৰা আমাৰ মাজত হোৱা নাছিল। এইদৰেই নতুন জীৱন এটা আকোৱালি লবলৈ আমি আগবাঢ়িলোঁ।

বায়ে মনটো মাৰি গৈ আছিল। তাই কি ভাবিছিল কব নোৱাৰোঁ, মোৰ মনলৈ হলে বাৰে বাৰে উকিলণী মানুহ গৰাকীৰ কথাহে আহিছিল। ককাৰ মতে, উকিলণী মানুহ গৰাকী বৰ

মৰমীয়াল। সেই মৰমীয়াল মানুহ গৰাকীৰ ছবি এখন মনতে ভাবি লৈছিলোঁ। মানুহ গৰাকীক চাবলৈ মনটো উত্ৰাৱল হৈ পৰিছিল।

বেলি মূৰৰ ওপৰত উঠাৰ সময়তে আমি মৌজাদাৰৰ ঘৰ পালোগৈ। মৌজাদাৰৰ ঘৰ বিৰাট হাউলি যেন। আহল-বহল এখন বাৰীৰ সৈতে এনেকুৱা ডাঙৰ ঘৰদুৱাৰ উপজিবৰে পৰা দেখা নাছিলোঁ। হাউলি যেন ঘৰটোৰ সমুখত ঘূৰণীয়াকৈ এখন ফুলনি। ফুলনিখনত কেবাবৰণীয়া ফুল ফুলি 'মোক ছিঙ, মোক ছিঙ' কৰি আছে। অকলশৰীয়া হোৱা হলে জেওৰা পাৰ হৈ এপাহ ফুল ছিঙি আনি বাইক দিলোহেঁতেন!

সমুখতে চৰাঘৰটো। সোঁমাজত এখন ঘূৰণীয়া মেজ। চাৰিওফালে চাৰিখন চকী। তাৰ সোঁফালে কাঠৰ এখন ডাঙৰ আঁউজা চকী। চকীখন যে মৌজাদাৰ দেউতাৰ, দেখিলেই বুজিব পাৰি। তাৰ ওচৰতে এখন বেঞ্চ পতা আছে। বেঞ্চখনতে আমি তিনিও বহিলোঁ। চ'ৰাঘৰৰ পৰা ভিতৰ চোতাললৈকে দেখাকৈ দুৱাৰখন। তাত আঁৰকাপোৰ আঁৰা আছিল। কাপোৰখনৰ ফাকেৰে ঘৰৰ ভিতৰখন দেখিলোঁ। আহলবহল চোতালখন আতৰি ওখ ওখ ভেটিৰ তিনিটা ঘৰ। চোতালত এদম ফলাখৰি ৰ'দত দি থোৱা আছে। ওপৰত ওখকৈ আঁৰা তাঁৰ ডালৰ পৰা ৰ'দত দিয়া কাপোৰবোৰ দীঘলে দীঘলে ওলমি আছে। চোতালত পীৰা এখন পাৰি মানুহ এগৰাকীয়ে সৰু কেছুৱা এটাক গা ধুৱাই থকা চকুত পৰিল। তাৰ বাহিৰে কাকো নেদেখিলো যদিও ঘৰখনত বহুত মানুহ থকা যেন অনুমান হল।

ককাই হাত ভৰি তুলি বেঞ্চখনত আৰামেৰে বহিল। গাৰ চাদৰখন হাতত লৈ শূন্যতে ঘূৰাই ঘূৰাই বা লবলৈ ধৰিলে। ককাৰ ভাগৰ লাগিছিল। আমাৰো ভাগৰ লাগিছিল। মোৰ ভৰিৰ তলুৱা দুখন ফৰফৰাবলৈ ধৰিছিল। গাঁৱত লৰিঢাপৰি খেলি ফুৰিলেও ইমান দীঘলীয়া বাট একেৰাহে খোজকঢ়া অভ্যাস



আমাৰ নাছিল। ককাৰ দুয়োফালে আমি দুয়ো নিৰৱে বহি আছিলোঁ। ককাই দীঘল হামি এটা মাৰি "মা-ধৰ" বুলিলে।

ককাৰ মাতষাৰ শুনি চোতালত কেচুৱাটোক গা ধুৱাই থকা মানুহ গৰাকীয়ে চ'ৰাঘৰলৈ কাপোৰখনৰ তলেৰেই ভুমুকিয়াই চালে। চ'ৰাঘৰত কোনোবা থকাৰ উমান পায়ে হবলা মানুহ গৰাকীয়ে কাৰোবাক চিঞঁৰি মাতিলে। এনেতে লৰা এটা উধাতু খাই লৰি আহি ককাক দেখি কলেঃ "ককাই বহক, দেউতাক খবৰটো কওঁগৈ।" লৰাটো ঘৰৰ বনকৰা লৰা যেন অনুমান হল।

অলপ পিছতে খৰমৰ ধীৰ-গম্ভীৰ খোজ আমি শুনিবলৈ পালোঁ। খৰমৰ খোজ শুনিয়েই ককাই ভৰি কেইটা নমাই ভালকৈ বহিল। আমিও ভালকৈ বহিলোঁ। তাৰপিছত দুৱাৰৰ আঁৰ কাপোৰখন একাষৰীয়া কৰি যিজন পুৰুষ ওলাই আহিল, সেইজন পুৰুষক দেখি আমি কেতিয়া থিয় হৈ মূৰ দোঁৱাই সেৱা কৰিলো কবকে নোৱাৰোঁ। মৌজাদাৰ দেউতা এজন থুলন্তৰ পুৰুষ। দেখিলেই ভাব হয়, এইজন পুৰুষৰ অন্তৰখন এখন দয়াৰ সাগৰ। মৌজাদাৰ দেউতাই গাদী থকা কাঠৰ আঁউজা চকীখনত লাহেকৈ বহি আমাকো বহিবলৈ কলে। তাৰপিছত ককাৰ খবৰ বাতৰি ললে। আমাৰ নাম সুধিলে। আমাৰ দুৰ্ভাগ্যৰ কথা ককায়ো নুলিয়ালে, মৌজাদাৰ দেউতায়ো নুলিয়ালে। বোধকৰো আগদিনা আহোঁতেই ককাই সকলো কথা কৈছিল। মৌজাদাৰ দেউতাৰ পিছে পিছে বনকৰা লৰাটোৱে দীঘল নলিচা লগোৱা ধপাত খোৱাটো লৈ আহিছিল। ককাই খোৱা হোকাটো আনধৰণৰ, মৌজাদাৰ দেউতাৰটোও আন ধৰণৰ। তথাপি মৌজাদাৰ দেউতাৰ ধপাত খোৱাটো বেচি শুৱনী যেন লাগিল। ধপাত খোৱা নলিচাডাল মৌজাদাৰ দেউতাৰ হাতত দি লৰাটো ভিতৰলৈ যাব খুজিছিল। এনেতে মৌজাদাৰ দেউতাই তাক মাত দিলেঃ "মোহন শুন, আমাৰ গাঁওবুঢ়ালৈ ভালকৈ চাহপানী এটোপা আনগৈ।

এই লৰাছোৱালী হাললৈকো আনিবি।” কথাখিনি কৈ তেখেতে টোৰোক্ টোৰোক্ শব্দ কৰি ধপাত খাবলৈ ধৰিলে। মোৰ বৰ পিয়াহ লাগিছিল। চাহপানীৰ নাম শুনি মনটো ভাল লাগিল।

কিছুসময়ৰ পিছত লৰাটোৱে দুটা গিলাচত দুগিলাচ আৰু এটা বাতিত এবাতি চাহ আনি আমাৰ আগত থলেহি। পিছে পিছে প্ৰায় দুই তিনি বছৰীয়া লৰা এটাই কাঁহৰ কাঁহি এখনত পকাকল কেইটামান লৈ আহি কাক দিব, কি কৰিব একো উৱাদিহ নাপাই একেঠাইতে থিয় হৈ থাকিল। লৰাটো বোধকৰো মৌজাদাৰৰ নাতিনীয়েক। নাতিনীয়েকক ওচৰলৈ মাতি মৌজাদাৰ দেউতাই কলৰ কাঁহিখন আমাৰ আগত থবলৈ কলে। ককাকৰ কথা মতে লৰাটিয়ে কলৰ কাঁহিখন থলে। মৌজাদাৰ দেউতাই বাইক কলে ঃ “হেৰ তোৰ নাম মালতী নহয় জানো? তাক কোলাত লচোঁন। সিহঁত হালক তয়ে চাব লাগিব।” মৌজাদাৰ দেউতাৰ কথা শুনি বায়ে লৰাটোক মৰম কৰি কোলাত লব খুজিলে। লৰাটিয়ে বাইৰ ওচৰৰ পৰা এখোজ দুখোজকৈ আঁতৰি আহি ভিতৰলৈ লৰ মাৰিলে। তাকে দেখি মৌজাদাৰ দেউতাই হাঁহিলে, ককায়ো হাঁহিলে। আমাৰ মনবোৰো খন্তেকৰ কাৰণে ভাল লাগিল।

চাহপানী খাই উঠি ককাই হাঁচতিৰ পৰা তামোল উলিয়াই পতহিয়াবলৈ ধৰিলে। এনেতে ভিতৰৰ পৰা মোহন বোলা লৰাটোৱেও বটাত গোটা তামোল পান সজাই আনি ককাৰ আগত থলেহি। ককাই হাঁচতিৰ তামোলকে খালে যদিও বটাৰ গোটা তামোলপান দুটা হাঁচতিত ভৰাই ললে। মৌজাদাৰ দেউতাই এইবাৰৰ খেতিৰ কথা উলিয়ালে। এইবাৰ খেতি ভাল হলে বাইজে তত পাব। শাওণৰ পানীয়ে নষ্ট নকৰিলে আহুখেতি বৰ ভাল হব বুলি ককাই কলে। আমাৰ গাঁওখনত বানপানীৰ আহুকাল নাই যদিও খেতি কোনোবছৰেই ভাল নহয়। চৰকাৰৰ পৰা সাহাৰ্য্য লবলৈকো কোনেও কানসাৰ কৰা নাই। আচলতে গাঁওখনত দুটা এটা



পঢ়াশুনা কৰা লৰা ওলোৱা হলে, সিহঁতেই গাঁওখনৰ উন্নতিৰ কথা চিন্তা কৰিলেহেঁতেন। গাঁওখনৰ কোনো উন্নতি নেদেখাকৈ চকু মুদিব লাগিব বুলি ককাই দুখ কৰিলে। মৌজাদাৰ দেউতাই মুখেৰে একো নকলে যদিও ককাৰ কথাত মনে মনে দুখ কৰা যেন লাগিল। আমি এবাৰ ককালৈ আৰু এবাৰ মৌজাদাৰ দেউতালৈ চালোঁ।

কিছুপৰ এনেকৈ তভক মাৰি থাকি ককাই “মা-ধৰ” বুলি আহিবলৈ উঠিল। বাইক কলে ঃ “আই মালতী, তই থাক। ঘৰ বুলি থাকিবি, মৰম পাবি। মই মাজে মাজে আহি থাকিমেই।” আমি মৌজাদাৰ দেউতাক সেৱা জনাই আহিবলৈ ওলালোঁ। মৌজাদাৰ দেউতাই মোহনক চিঞৰি মাতি বাইক ভিতৰলৈ লৈ যাবলৈ কলে যদিও, বায়ে আমি নহালৈকে ভিতৰলৈ যাবলৈ মন নকৰা যেন লাগিল। তাই আহি মোৰ ওচৰত থিয় হল। তাইৰ কিজানি মোক এৰিবলৈ বেয়া লাগিছিল। মোৰো বেয়া নলগা নহয়। লাহে লাহে ককাৰ লগত মই ওলাই আহিলোঁ। আহিবৰ পৰত বাইক মাত লগাব নোৱাৰিলোঁ, তাইৰ মুখলৈকো চাব নোৱাৰিলোঁ।

বাটত ককাক মৌজাদাৰ দেউতাৰ ঘৰৰ পৰিয়াল কোন কোন আছে সুধিলোঁ। কিজানি বাই তাত থাকিব বুলিয়েই মোৰ এই বিষয়ে জানিবলৈ মন গৈছিল। ককাই কলে ঃ হৰকান্ত মৌজাদাৰৰ দুটা লৰা, দুজনী ছোৱালী। ছোৱালী দুজনী যেনিবা উলিয়াই দিছে। ডাঙৰটো লৰায়ো বিয়াবাৰু কৰালে। তেওঁৰে সেই লৰাটো। এজনী ছোৱালী এতিয়া হৈছে। ছোৱালীজনী ছয় সাত মহীয়া হব হবলা। সেই ছোৱালীজনীকে লবলৈ মেলিবলৈ বায়েৰক তাত থলোঁ। মৌজাদাৰৰ সৰুটো লৰা পঢ়ি আছে। পঢ়ি আছে বুলি আমাৰ লেখেৰে সিও বিয়াবাৰু কৰাবৰ হৈছেই। পিছে তাৰ মতিগতি বৰ ভাল নহয়। তাৰ কাৰণে মৌজাদাৰ-মৌজাদাৰনী

ছুয়োবো মনত সুখ-শান্তি নাই, কেতিয়াবাকৈ তাৰ মতিগতি সলনি হবও পাৰে। "মা-ধৰ"। কথাতে কয় নহয় "আপনি বয়স হৈলে বুদ্ধি হৈবে ভাল। বয়স হলে মতিগতি ভাল হব।" ককাৰ কথা শুনি শুনি ভালেমান বাট আগবাঢ়িলোঁ। ককাই উকিলৰ ঘৰৰ কথাও কলে।

উকিলৰ ঘৰ মৌজাদাৰৰ ঘৰৰ পৰা বেছি দূৰৈত নহয়। আমি উকিলৰ ঘৰ পালোহি। চ'বাঘৰত ছুজনমান মানুহৰ লগত এজন বয়সীয়া মানুহে কথা পাতি আছিল। বয়সীয়া মানুহজনকে উকিল বুলি মোৰ অনুমান হল। ওখ ভেটিটোত ভৰি দিয়েই ককাই "মা-ধৰ" বুলিলে। বয়সীয়া মানুহজনক উদ্দেশ্য কৰি ককাই হাতযোৰ কৰিলে। ককাক দেখি ময়ো হাতযোৰ কৰি প্ৰণাম কৰিলো। উকিলে কলেঃ "বহা গাঁওবুঢ়া। লৰাটো লৈ আহিলা নেকি ? ভালে আছা ?" একেলগে কেউটা প্ৰশ্ন কৰিলে যদিও মোৰ পিনেহে উকিলে চকু ৰাখিলে। ভাবিছিলো, মোৰ বিষয়ে উকিলে কিবা সোধেই নেকি ? উকিলে সেইদৰে চাই থকা দেখি মোৰ ভয় লাগিল। ভিতৰি ভিতৰি মই কঁপিবলৈ ধৰিলোঁ। ডিঙিটো শুকাই যোৱা যেন লাগিল। কিছু সময় সেইদৰে থাকি মোৰ পৰা চকু ঘুৰাই নি আগতে কথা পতা মানুহ কেইজনৰ লগত তেখেতে আকৌ কথা পতাত লাগিল। ককাই তেখেতসকলে কথাপতা শুনি থাকিল। মই উকিলণী আইদেউক কেতিয়ানো দেখা পাম তাকে চিন্তা কৰিলোঁ।

কিছুপৰ কথাবতৰা হোৱাৰ পিছত মানুহ কেইজনে উকিলৰ পৰা বিদায় লৈ গলগৈ। উকিলে ভিতৰলৈ চাই মাত দিলেঃ "হেৰা শুনিছানে ? আমাৰ গাঁওবুঢ়াকাই আহিছে।"

উকিলৰ মাত শুনি ভিতৰৰ পৰা মানুহ এগৰাকী ওলাই আহিল। ডগ্‌মগীয়া সেন্দুৰৰ কপালৰ ফোঁটটোৰে মানুহ গৰাকীক সাক্ষাত লখিমী যেন লাগিল। মই দেখিয়েই চিনি পালোঁ সেইয়া উকিলণী



আইদেউবুলি। ককাক দেখি ময়ো হাত যোৰ কৰি আইদেউৰ মুখলৈ চালো।

কথা আৰম্ভ কৰিলে উকিলণী আইদেৱেই। "বঢ়িয়া লৰাটি। নাম কি অ'তোৰ ?" মই 'ৰঙাই' বুলি কবলৈ গৈও কব নোৱাৰিলোঁ। ডিঙিটোত কিহবাই সোপা মাৰি ধৰা যেন লাগিল। ককায়েহে মোৰ নামটো কলে। উকিলণী আইদেউ 'সাদৰী মানুহ' বুলি ককাৰ মুখত শুনাৰে পৰা নিজ চকুৰে মানুহ গৰাকী চাবলৈ মনটো উত্ৰাৱল হৈ আছিল। এতিয়া নিজ চকুৰে দেখি ককাৰ কথাষাৰত পতিয়ন্ নগৈ নোৱাৰিলো। উকিলে মোৰ আৰু বাইৰ কথা সকলো সুধিলে। আইবোপাইক অকালতে হেৰোৱাই কেনেকৈ অনাথ হৈ পৰিলো ককাই বিবৰি কলে। মোক নিজৰ লৰাৰ দৰে সাৰটি লবলৈ উকিল-উকিলণী ছুয়োৰে ওচৰত কাকুতি কৰাৰ দৰে কৰিলেঃ "লওক দেউতা, অনাথ লৰাটোক সাৱটি লওক, ধৰ্ম্ম হব। মুখেৰে নকলেও তাৰ জীৱটোৱে আশীৰ্ব্বাদ কৰিব।" উকিল দেউতাই কিবা কোৱাৰ আগতে উকিলণী আইদেৱেই কলেঃ "তুমি একো চিন্তা নকৰিবা গাঁওবুঢ়া ককাই। মোৰ মুকুল থকাৰ দৰে সি থাকিব।" আইদেউৰ মুখত কথাখিনি শুনি মনটো ফৰকাল লাগিল।

উকিলণী আইদেৱে আমাক চাহপানী আৰু চিৰাৰ জলপান খাবলৈ দিলে। চহৰতো চিৰাৰ জলপানৰ প্ৰচলন আছে বুলি জনা নাছিলো। যিহকে নহওক, জলপানটো খাই বৰ তৃপ্তি পালোঁ। মোৰ ভোকো লাগিছিল খুব। ককায়ো তৃপ্তি পোৱা যেন লাগিল। ৰাতিপুৱাই কৰকৰা ভাত ছুটামান খাই আহিছিলোঁ। লুৱালৰিকৈ ওলোৱাৰ কথা। তপত ভাতলৈ ৰলে পলম হব বুলি ককাই বৰবোৱাৰীয়েকক কলেঃ হেৰ' আছে যদি চৰুত কৰকৰা ভাত ছুটামানকে লৰাছোৱালী হালক দে। ভাতলৈ ৰলে পলম হব। উভতি আহোঁতে মোৰ সাজ লাগিব।" আমি নিমখ তেলেৰে

খৰখেদাকৈ ভাতকেইটা খালো। ককাই কি খালে, নে নেখালেই কব নোৱাৰিলোঁ।

চিৰাৰ জলপানটো খাই বৰ তৃপ্তি পালোঁ। কিন্তু চাঁতকৈ বাইলৈ মনত পৰিল। তাইক মৌজাদাৰৰ ঘৰত কিবা খাবলৈ দিছেনে নাই জানো? উকিলণী আইদেউৰ নিচিনা মৰমীয়াল মানুহ মৌজাদাৰৰ বোৱাৰীয়েক হয় নে নহয়, তাকো নাজানো। বাই আৰু মই একেলগে উকিলৰ ঘৰতে থাকিবলৈ পোৱা হলে, কিমান ভাল লাগিলহেঁতেন।

জিৰাই শঁতাই ককা যাবলৈ ওলাল। তেতিয়াহে মনটো মোৰ বেয়া লাগিল। বাইকো এৰি থৈ আহিলোঁ আৰু ককাকো এৰিব-লগীয়া হলোঁ। যাবৰ পৰত ককাই মূৰত হাতখন থৈ কলেঃ 'ৰঙাই, ঘৰ বুলি থাকিবি, তোৰ মঙ্গল হব। তোৰ ভাগ্যৰেহে এই ঘৰখন পাইছ। উৎপাত নকৰিবি। উকিল দেউতা, উকিলণী আইদেৱে যি কঁয় তাকে শুনিবি।" ককাই আৰু বহুত কিবাকিবি কৈছিল, সকলোবোৰ কথা মোৰ কাণত নোসোমাল। খুটা এটাৰ আঁৰ লৈ চকুৰ পানীবোৰ লুকুৱাবলৈ যত্ন কৰিলোঁ।

ককা গলগৈ। ককা যোৱালৈ একেথৰে চাই থাকি মোৰ গাঁৱলৈ মনত পৰিল। আই পিতাইৰ কথা মনলৈ আহিল। কিবা এখন পোৰা কপাললৈ পৃথিৱীলৈ আহিছিলোঁ, নহলেনো এই বয়সতে এঘৰত থাকিব লগীয়া হওঁনে?

ককা যোৱাৰ পিছত উকিলণী আইদেৱে মোক ভিতৰলৈ মাতি নিলে। আগফাল ডোখৰ দেখি ভিতৰ পিনে যে ইমান আহলবহল ঘৰদুৱাৰ আছে, ধৰিবকে নোৱাৰি। আহলবহল ঘৰ, ৰাখিছেও পৰিপাটীকৈ। পৰিপাটী ঘৰদুৱাৰবোৰ দেখি নিজকে বৰ লেতেৰা যেন লাগিল। মলিয়ন পেণ্ট আৰু চোলাটো সোলোকাই নতুন এসাজ কাপোৰ পিন্ধিবৰ মন গল। বহল বাৰান্দাখনৰ খটখটিটোত বহি এইবোৰ কথাকে ভাবি আছিলো। এনেতে



উকিলণী আইদেৱে হাতত পেণ্ট এটা আৰু চোলা এটা আনি মোক দি কলেঃ "যা, সৌ নাদৰ পাৰতে গাটো ভালকৈ ধোগৈ। গা ধোৱা ঘৰত কাপোৰধোৱা চাবোন আছেই। গাৰ কাপোৰ কেইটা ভালদৈ ধুই পেলা। বৰ মলিয়ন হৈছে।" আইদেউৰ হাতত কাপোৰ কেইটা দেখি মনটো মোৰ বৰ ভাল লাগিল। কাপোৰ কেইটা লৈয়েই আইদেৱে কোৱা মতে নাদৰ পাৰলৈ লৰ মাৰিলো। গাটো ধুই বৰ ফৰকাল লাগিল। চাবোন লগাই আচাৰি আচাৰিও গাৰ কাপোৰ কেইটাৰ বৰণ উলিয়াব নোৱাৰিলোঁ। আইদেৱে দিয়া কাপোৰকেইটা পুৰণা যদিও নিকা যেন লাগিল। গা ধুই আহি চোতালত ভৰি দিয়াৰ লগে লগে উকিলণী আইদেৱে মোলৈ চাই হাঁহি কলেঃ "এতিয়াহে মানুহমুৱা হৈছ পাই"। আইদেউৰ কথাযাৰৰ হয়ভৰ দিবলৈ ৰান্ধনীঘৰৰ পৰা মানুহ এজন ওলাই আহি কলেঃ গাঁৱৰ লৰাই নো ক'ত গা পা ধোৱে আই। মাটীয়ে বালিয়ে খেলি ফুৰোতেই ইহঁতৰ দিন যায়।

মানুহজনৰ গাৰ কাপোৰকানিৰ পৰা ৰান্ধনী বুলি অনুমান হল। কথাযাৰ মিছা নহয়। গাঁৱত ডাঙৰৰ কথা সুকীয়া, ধুতি-নীতিৰ কথা আছে। আমাৰ সৰু সৰু লৰাবোৰৰ গা ধোৱা কাচিৎহে হয়। তাতে গাঁৱত পানীৰ যি আকাল। খৰালি বতৰত পুখুৰীৰ পানী শুকাই তলি পায়গৈ। কোনোমতেহে চলি থাকিব পাৰি। সেই কাৰণে গা পা ধুই লৰাবোৰে পানী খৰচ কৰিলে ডাঙৰবোৰে অলাগতিয়াল খৰছ হোৱা বুলি ভাবে।

এখুজি দুখুজিকৈ বাৰান্দাখনলৈ উঠি আহিলো। আইদেৱে হাতখন পাতিবলৈ কলে। হাতখন পাতিলত বটল এটাৰ পৰা এচলু তেল ঢালি দিলে মূৰত লবলৈ। পিতাই ঢুকাওঁতে মূৰ খুৰাইছিলো। টকলা মূৰটোত অলপ অলপহে চুলি গজিছে। তথাপি তেলকণ লৈ মূৰটো শাঁত পৰা যেন লাগিল। এটা নতুন জীৱন পালোঁ।

এনেতে দেখিলোঁ, লৰা এটাই বল এটা গুৰিয়াই গুৰিয়াই পিচফালৰ বাটেদি চোতাল সোমাইছেহি। লৰাটোৱে চিঞৰি মাতি আহিছে: "মা, অ' মা কিবা খাবলৈ দে। মোৰ ভোক লাগিছে।" মই বুজিলো, এই লৰাটোৱেই মুকুল। আইদেউৰ লৰা। মুকুলক দেখি কিয় জানো মোৰ ভয় লাগিল। ভয়ে ভয়ে তাৰ পিনে চাওঁতেই মোক দাবি দি সুধিলে: "অই, তই ক'ৰ পৰা আহিছ?" মুকুলৰ দাবি খাই মোৰ ডিঙি শুকাই গল। সেপ ধুকি কিবা এষাৰ কওঁ বুলি মুখ মেলোতেই আইদেউৰ মাত শুনিলো: "মুকুল হাত ভৰি ধুই খাবলৈ আহ।" খোৱাৰ কথা শুনি মুকুল আৰু তাত নৰল। একে লৰে নাদৰ পাৰ পালেগৈ। ভৰিহাত খৰধৰকৈ ধুই ৰান্ধনীঘৰত সোমাল।

বাৰান্দাত থিয় দি কৰোঁ, নকৰোঁ ভাবি থাকোঁতে বাইলৈ মনত পৰিল। তাই বাৰু কি কৰিছে এতিয়া? গাওঁবুঢ়া ককালৈকো মনত পৰিল। এতিয়ামানে ককা ঘৰ পাবগৈ পায়। ধপাত এচিলিম লৈ ককাই ছাগে ভাগৰ পলুৱাইছে। আমাৰ কথাও ছাগে চিন্তা কৰিছে। ককালৈয়ো বেয়া লাগে। সকলো থাকিও ককা তেনেই অকলশৰীয়াৰ দৰে। আইতা কাহানিবাই ঢুকাল। ককাৰ পুতেক তিনিজন। ডাঙৰ দুজনে বিয়াবাৰু কৰাইছে। ডাঙৰজনৰ লৰা ছোৱালী কেবাটাও। সৰু পুতেকেহে বিয়া কৰোৱা নাই। ককাৰ জীয়েক নাই, গতিকে দিয়াথোৱাৰ লেঠাও নাই। ককা গহীন প্ৰকৃতিৰ মানুহ কাৰণেই হবলা নাতিনীয়েকহঁতে বৰ আসৈ নাপায়। আমিও জানো কম ভয় কৰিছিলো? পিতাই ঢুকাবৰ পৰাহে মোৰ ককালৈ ভয় ভাগিল। ককাই আমাৰ পিতাক বৰ ভাল পাইছিল। সেই কাৰণেই হবলা পিতাই যোৱাৰ পিছত ককায়ে আমাক আকোৱালি ললে।

তেতিয়া সাজ লাগিছিল। চোতালৰ মাজত পকী তুলসীৰ ভেটিটো। ৰান্ধনীবাপুৱে তাতে চাকি এগছ জ্বলালেহি। গোঁসাই



ঘৰতো বাপুৱে চাকি জ্বলাই ডবাশঙ্খ বজালে। ইমানপৰে চোতালৰ পূবপিনে থকা ঘৰটো গোঁসাই ঘৰ বুলি জনা নাছিলোঁ। চোতাললৈ নামি গৈ তুলসীৰ তলত আঁঠু লৈ সেৱা এটা কৰিলোঁ। গাঁৱৰ নামঘৰতো ডবাশঙ্খ বাজিলে, আমি য'তে থাকো ত'তে দুই হাত যোৰ কৰি সেৱা কৰোঁ। আজিৰটো যেন গাঁৱত জনোৱা সেৱাৰ লগত বহুত অমিল। আজিৰ সেৱাটোত যেন মনৰ সকলো ভক্তি সোমাই আছে। সেইদৰে সেৱা কৰি মনটোত বৰ শান্তি পোৱা যেন লাগিল। সেৱা কৰি উঠি দেখিলো, উকিলণী আইদেউ গোঁসাইঘৰত সোমাব খুজিছে। মোক কলে: "ভাল কৰিলি সেৱা কৰি। আহ, মই পুথি পঢ়ো শুনহি।" আইদেউৰ কথামতে গোঁসাই ঘৰৰ দুৱাৰ মুখত বহিলোগৈ। ধূপধুনাৰ ধোঁৱাৰ মাজেৰে দেখিলো, বংশীবদনৰ মূৰ্তিজনা মাটিৰ চাকিটোৰ পোহৰত জিলিকি আছে। আইদেৱে সেৱা এটি কৰি পুথি পঢ়িবলৈ ধৰিলে।

এবাৰ বৰঘৰৰ বাৰান্দালৈ চালোঁ। উকীলদেউতা চকী এখনত বহি আছে। তেনেই কমপোহৰৰ বিজুলী চাকিৰ পোহৰত উকিল দেউতাই সেইদৰে বহি কি কৰিছে, বুজিব নোৱাৰিলোঁ। বোধকৰো আইদেৱে পুথি পঢ়া শুনি ঈশ্বৰ চিন্তাত নিমগ্ন হৈ আছে। তাৰ পৰাই দেখিলো ভিতৰৰ কোঠালীত মুকুলে পঢ়ামেজত বহিছে।

কিছু সময়ৰ পিছত আইদেউৰ পুথি পঢ়া শেষ হল। পুথি সামৰি আইদেউ গোঁসাইঘৰৰ পৰা ওলাই আহিল। ময়ো আইদেউৰ পিছে পিছে ওলাই আহিলোঁ। বাৰান্দাতে উকিলদেউতাৰ ওচৰতে বহিলোহি। উকিল দেউতাই দুই এষাৰ কথা মোক সুধিবলৈ ধৰিলে। পঢ়াশুনাৰ কথা সুধিলে। পঢ়াশুনা কৰিবলৈ সুবিধাই নাপালোঁ। আমাৰ গাঁৱত পঢ়াশালি নায়েই। গাঁৱৰ সকলো মানুহ একেবাৰে লিখা পঢ়া নজনা। হওঁতে খেতিবাতি আদি কামত কোনোজন মানুহেই পিছপৰা নহয়। লিখাপঢ়া নজনাৰ বাবে বৰ

দুখ লাগিল। মনৰ দুখৰ কথা কওঁতে, উকিল দেউতাই আশ্বাস দিলে, এতিয়া মই দুই চাৰিটা আখৰ শিকিব পাৰিম বুলি। কেৱল মোৰ মনটো থাকিলেই হ'ল।

উকিল দেউতাৰ কথা শুনি মনটো ভাল লাগিল। ইমান পৰে উকিলদেউতা মানুহজনৰ বিষয়ে মোৰ ধাৰনা অন্য আছিল। উকিল দেউতাৰ কথা শুনি মোৰ ভাব হল কেৱল উকিলণী আইদেৱেই নহয়, উকিল দেউতাও মৰমীয়াল মানুহ। কিজানি এখেতসকলৰ আশ্ৰয়ত থাকিলে জীৱনত কিবা এটা কৰিব পাৰিম—মনতে ভাব হল।

ৰান্ধনীবাপুৱে এচৰিয়া পানী আৰু কাপোৰ এখন আনি উকিল দেউতাৰ আগত থৈ মোক কলেঃ "হেৰ লৰা, উকিল দেউতাৰ ভৰি ধুৱাই দে। পাৰিবি নহয়?" বাপুৰ কথাবাৰত হয়ভৰ দি উকিল দেউতায়ে কলেঃ "পাৰিব, পাৰিব, কেলেই নোৱাৰিব?"

লাহে লাহে উকিল দেউতাৰ ভৰি দুখন ঘহি পিহি ধুৱাবলৈ ধৰিলোঁ। এনেতে ছোৱালী এজনী সোমাই আহিল। ছোৱালী-জনীৰ হাতত দুখনমান কিতাপ। হাতৰ কিতাপ দুখন মেজত থৈ উকিল দেউতাৰ পিছফালে থিয় হৈ ডিঙিত সাৱটি ধৰি লেনিয়াই মাতিলেঃ 'দেউতা'।

উকিল দেউতাই তাইৰ হাত দুখনত ধৰি কলেঃ "আজি বৰ পলম কৰিলা, মা।" তাই কলেঃ 'ছোৱালী এজনীৰ ঘৰলৈ গৈছিলোঁ বহুত পলম হৈ গল, তাই এৰিকে নিদিয়ে নহয়।" ছোৱালীজনীৰ কথাত উকিল দেউতাই একো আপত্তি নেদেখুৱালে। মনতে মোৰ ধাৰনা হল, উকিলৰ আদৰৰ জীয়ৰী এই ছোৱালীজনী। ককাই উকিলৰ বিয়া নিদিয়া ছোৱালী এজনী আছে বুলি কৈছিল।

ছোৱালীজনীৰ নাম 'ৰাণু' বুলি জানিলোঁ, যেতিয়া আইদেৱে ৰান্ধনীঘৰৰ পৰা তাইক মতা শুনিলোঁ। ৰাণু মোতকৈ তিনি বছৰ মানৰ ডাঙৰ হব কিজানি। যাওঁ নেযাওঁ কৈ ৰাণু ৰান্ধনীঘৰৰ পিনে



গল। উকিলনী আইদেৱে খং কৰি কিবাকিবি কোৱা শুনিলো। বোধকৰো ৰাণুকে খং কৰিছে।

উকিল দেউতাৰ ভৰি ধুৱাই কাপোৰখনেৰে মচি দিলোঁ। উকিল দেউতাই দেখুৱাই দিয়া মতে খৰম এযোৰ আনি ভৰি দুখনত খুৱাই দিলোঁ। চৰিয়াৰ পানীখিনি নলাত পেলাই দি নাদৰ পাৰলৈ চৰিয়াটো নি আওথালি পেলালো। উকিল দেউতাই দেখুৱাই দিয়া মতেই কামখিনি কৰি গলোঁ। তেতিয়াও ৰাণুক আইদেৱে খং কৰিয়েই আছিল।

খাই বৈ উঠোঁতে ভালেমান নিশা হল। মোৰ বৰ টোপনী ধৰিছিল। বাৰান্দাতে বহি থাকোঁতে কেতিয়াযে টোপনী গলো কবকে নোৱাৰিলোঁ। যেতিয়া ৰান্ধনীবাপুৱে জগালেহি, তেতিয়া ঘৰখন প্ৰায় নিসাসাৰ হৈ পৰিছিল। বোধকৰো উকিল দেউতা, ৰাণুবাইদেউ, মুকুল, সকলো খাইবৈ শুলে। উকিল দেউতা বহা চকীখনত এজন ডেকা মানুহ বহি আছিল, ওচৰৰে মুঢ়া এটাত আইদেউ বহি আছিল। আইদেৱে কিবা কথাও কৈ আছিল। ৰান্ধনীঘৰৰ পিৰালিত বহি মই তেতিয়া ভাত খাই আছিলোঁ। উকিল দেউতাৰ এইজনেই বৰ পুতেক বুলি বুজিব পাৰিলো। ককাই এখেতৰ কথা কোৱা মনত পৰিল। উকিল দেউতাৰ দৰে এখেতেও কাছাৰীত কাম কৰে।

নিশা ৰান্ধনীবাপুৰ লগতে একেটা কোঠালীত শুলো। আইদেৱে গাত লবলৈ কাপোৰ এখন দিছিল, তাকে গাত মেৰিয়াই চালপিৰাখনত কাটি হলোঁ। ৰান্ধনীবাপুৰ শোৱাপাটীত কেবাখনো কাপোৰ। বাপুৰ আঠুঁৱা এখনো আছে। বাপুৱে পাটীত দীঘল দি বিৰি এটা জ্বলালে। ভাবিছিলো, বাপুৱে মোৰ লগত এষাৰ দুষাৰ কথা পাতিব। এষাৰদুষাৰ কথা পাতিলে মোৰ মনটোও ভাল লাগিব। পিছে বাপুৱে বিৰিটো শেষ হোৱাৰ পিছত নুমুৱাই আঁঠুবাৰ তলত সোমাই শুই থাকিল।

ভালেমান পৰলৈকে মোৰ টোপনী নাহিল। মনত পৰাৰে পৰা বাইৰ লগত শুই আহিছোঁ। আজি অকলে পাটীত পৰি বাইলৈ বৰকৈ মনত পৰিল। তাইৰ কথা জানিবলৈ মনটো উত্রাৱল হল। বাপুৰ নাকে ঘোৰঘোৰাই আছিল।

এইদৰে উকিলৰ ঘৰত মোৰ এটা নতুন জীৱন আৰম্ভ হল। ককাৰ উপদেশমতে সকলোৰে মন বুজি দেহমন সপি কাম কৰাত লাগিলো। যি কোনো কামকে অকণো খুঁত নথকাকৈ কৰিবলৈ যত্ন কৰিলোঁ। বৰময়না দেউতাক ডাঙৰ দাদা বুলি মাতিবলৈ ললোঁ। উকিলদেউতা, আইদেউ, ডাঙৰ-দাদা, ৰান্ধনীবাপু কেউজনে মোক মৰমৰ চকুৰে চাবলৈ ধৰিলে।

ডাঙৰদাদা গহীন প্ৰকৃতিৰ মানুহ। কথা কম কয়। ঘৰৰ সকলোৱে ডাঙৰদাদাক ভয় কৰি চলে। আনকি আইদেৱেও ঘৰৰ কিবা কথা মীমাংসা কৰিবলৈ হলে ডাঙৰদাদাৰ পৰামৰ্শ মতেহে কৰে। সকলোৱে ভয় কৰিলেও কাকো কেতিয়াও এবেষাৰ টান কথা কোৱা ডাঙৰদাদাৰ অভ্যাস নাই। ডাঙৰদাদাক আটাইতকৈ বেচি ভয় কৰে ৰাণুবাইদেৱে আৰু মুকুলে। ৰাণুবাইদেউ পঢ়ে সপ্তমমান শ্ৰেণীত, মুকুল পঢ়ে চতুৰ্থ শ্ৰেণীত। মুকুল লৰাটো বৰ অঘাইতং। কোনো এটা বস্তু লাগ বোলোতেই নাপালে ঘৰৰ বস্তুবাহানি থানবান কৰি সাং কৰে। পিছে ডাঙৰদাদা ঘৰত থাকিলে মুকুলৰ নিচিনা শান্ত প্ৰকৃতিৰ লৰা দ্বিতীয় এটা নায়েই। ডাঙৰদাদাৰ দৰে মাজুদাদা গহীন প্ৰকৃতিৰ নহয়। মাজুদাদাই বোলে ক'ৰবাত চাকৰী কৰে। বিহুৱে সংক্ৰান্তিয়ে কেতিয়াবাহে ঘৰলৈ আহে। মাজুদাদা ঘৰলৈ আহিলে ঘৰখনৰ চেহেৰাই বেলেগ হৈ পৰে। ৰঙীয়াল প্ৰকৃতিৰ মাজুদাদাৰ লগত পৰি ডাঙৰদাদায়ো দুই এষাৰ কথা বেচিকৈ কয়। হাঁহি-ধেমালি কৰে। উকিল দেউতা শান্ত প্ৰকৃতিৰ মানুহ। কোনো ৰাগজাল নাই। আইদেৱে কিন্তু কোনো দিন উকিল দেউতাৰ শান্ত প্ৰকৃতিৰ সুবিধা লোৱা



নাই। সংসাৰৰ-প্ৰতি মনকাণ নাই বুলি কাহানিও উকিলৰ ওচৰত ওজৰ আপত্তিও কৰা নাই। বৰঞ্চ উকিল দেউতাক তেখেতে সদায় শ্ৰদ্ধা-ভক্তিহে কৰি আহিছে। সংসাৰৰ ইটোসিটো কথাৰে মানুহজনক আহুকালো দিয়া নাই।

ডাঙৰদাদাৰ কোঠালী বেলেগ। উকিল দেউতা উকিলখানাতে দিনটোৰ সৰহভাগ সময় কটোৱাৰ দৰে ডাঙৰদাদায়ো কোঠালী-টোৱেই সৰহ ভাগ সময় কটায়। ৰাতিপুৱা ডাঙৰদাদাৰ কোঠালীটো সাৰিব মচিবলৈ গৈ দেখোঁ, কোঠালীটো পৰিপাটী হৈয়ে থাকে। কোঠালীটো ডাঙৰ ডাঙৰ কিতাপৰেই ভৰা। দাদাই বাৰু এই সকলোবোৰ কিতাপ পঢ়ি শেষ কৰিছেনে? কেতিয়াবা ঠাই মচি থাকোঁতে ডাঙৰদাদাই কিতাপৰ পৰা মূৰ তুলি মোৰ পিনে চাই থাকে। তেতিয়া বৰ ভয় লাগে। ৰাণুবাইদেউ আৰু মুকুলৰ দৰে মোৰো ডাঙৰদাদালৈ বৰ ভয় লাগে। ক'ৰবাত কিবা কেণা লাগে বুলি খুব সাৱধানে কামখিনি কৰি যাওঁ। কিছু সময় তেনেকৈ চাই থাকি ডাঙৰদাদাই আকৌ কিতাপলৈ চকু নিয়ে। আচলতে মোলৈ চাওঁ বুলি দাদাই চাই নাথাকে, কিবা ভাবি ভাবিহে মোৰ ওপৰত চকু থয়।

মুকুলহঁতৰ কোঠালীটো সৰাহে বৰ জঞ্জালৰ কাম। আইদেৱে কয়ঃ "ৰঙাই, ৰাণুবাইদেৱেৰহঁতৰ কোঠালীটোহে ভালকৈ চুককাণ মাৰি সাৰিবি পায়। কেনেকৈ খেবেছ কৰি থয়, দেখিছই নহয়।" আইদেউৰ কথাষাৰ তেনেই অমূলক নহয়। ৰাণু বাইদেউৰ টেবুলৰ তলত যে সৰু সৰু কাগজৰ টোপোলা ভৰি থাকে। কোনোখন কাগজ একেবাৰে ভালেই থাকে, দুলাইন মান লেখিয়েই কাটিকুটি লাডু কৰি পেলাই দিয়া। কিযে লেখে, কিয় যে এনেকৈ পেলায়, বুজি নাপাওঁ। পঢ়িব জনা হলে সেইবোৰ কাগজ গোটাই দুটা এটা আখৰ লেখি চাব পাৰিলোহেঁতেন। এনেকৈ কাগজৰ টোপোলা-বোৰ পৰি থকা দেখিলে মোৰ মনত এটাই ভাব হয়, পালে বুলিওনো

বস্তু এনেকৈ আথানি কৰিব পায়নে? মনতে বেয়া লাগিলেও ফুটাই একো কব নোৱাৰোঁ। মই এটা বন কৰা লবাহে। বাণুবাই-দেউ উকিল দেউতাৰ আদৰৰ জীয়ৰী। অভাৱ নো কি বস্তু, বাণু বাইদেউহঁতে কিজানি বুজিকে নাপায়।

আৰু এটা কথাত আমনি পাওঁ। মেজৰ তলৰ ঠাইডোখৰ সাৰিবলৈ তেওঁ কেতিয়াও আঁতৰি নিদিয়ে। ক'ৰবাত কেনেবাকৈ ঠাই সাৰোতে গাত সোতাটো লাগে বুলিও ভয় লাগে। এদিন পিছে বৰ বেয়া অৱস্থাত পৰিবলগীয়া হলোঁ। এদিন ঠাই মচি থাকোঁতে বাণুবাইদেউৰ উদং আঁঠুটো মোৰ গালত লাগি গল। মোৰ ভয় লাগিল, লাজো লাগিল। তেওঁ একো নকলে। আনকি ভৰি দুটা আঁতৰাই নিনিলেও। তথাপিও সেইদিনাৰ পৰা বেচি সাৱধান হবলৈ ধৰিলো।

মুকুলৰ মেজৰ তলত কাগজৰ টোপোলা নাথাকে যদিও, মুকুলে মজিয়াত পেলোৱা থোপাথোপে চিয়াঁহীৰ ডাগবোৰ গুছাবলৈ বৰ কষ্ট কৰিবলগীয়া হয়, ইয়াতোকৈ কষ্ট পাওঁ, মেজৰ তলত বহি ঠাই সাৰিবলৈ ললেই মুকুলে মোৰ মূৰৰ চুলিবোৰ আজুৰিবলৈ ধৰে। নহলে কানত ধৰি পকাবলৈ ধৰে। চুলিত ধৰি টানিলে দুখ পাওঁ, তাতোকৈ দুখ পাওঁ কাণত ধৰি পকালে। চকুৰ পানী ওলাই যায়। এদিন সহিব নোৱাৰি 'উস্' বুলি চিঞৰি দিলো। লগে লগে কলো "আইদেউক লগাই দিম ববা।" কথাষাৰ মুখৰ পৰা ওলাল নে নাই, মুকুলে থিয় হৈ মোৰ মুখত যিটো গোৰ সোধালে, মই লুটি খাই পৰিলো। দাঁতৰ পৰা তেজ ওলাবলৈ ধৰিলে। চকুৰ পানী ধৰি ৰখা মোৰ পক্ষে টান হল। ঠাইতে কাপোৰ, সোতা এইবোৰ এৰি নাদৰ পাৰলৈ গৈ মুখখন ধুই পেলালোঁ। তাৰপিছত শোৱা-পাটীত পৰি পাৰোমানে কান্দিলোঁ। তেতিয়া আইদেউ গা ধোৱা ঘৰত আছিল। মাকে গম পায় বুলিয়েই হবলা মুকুলে আহি মোক কান্ধত ধৰি জোকাৰি জোকাৰি কলে ঃ "অই, গোৰ খাবৰ মন নাই



যদি নোনকালে কোঠালীটো সাৰি দেহি।" এইবুলি কৈয়েই সি একে লৰে পঢ়াৰ কোঠালী পালেগৈ। কিছুপৰ সেইদৰে থাকি লাহে লাহে ওলাই আহিলোঁ। ওলাই দেখিলো উকিল দেউতা বাৰান্দাত থিয় হৈ আছে। মোক দেখি কলে ঃ ঘটিত পানী ভৰাই দে ৰঙাই। আইদেৱেৰ গা ধুবলৈ গৈছে নেকি?" "হয় দেউতা"। বুলি শলাগি ঘটিত পানী ভৰাই দিলোঁ। ওচৰতে সৰু বাল্টি এটাতো পানী থলো। তাৰপিচত মুকুলহঁতৰ কোঠালীটো সাৰিলোগৈ। সেইবাৰ মুকুলে তললৈ মূৰ কৰি কিবা লেখি থকা দেখিলোঁ। বাণুবাইদেৱেও কিতাপ পঢ়ি আছিল। মুকুলে গোৰ মৰা ঠাইডোখৰ তেতিয়াও বিষাই আছিল।

এইদৰে সময়ে সময়ে মুকুলৰ অত্যাচাৰ মই নিৰৱে সহি থাকিব লগা হৈছিল। মুকুল ঘৰখনৰ আদৰৰ লৰা। তাৰ বিপক্ষে কিবা গোচৰ দিলে আইদেৱে মোকহে দেখিব নোৱাৰা হব কিজানি। মুকুলে গোৰ মৰা কথাষাৰ কাকো কোৱা নাছিলো। অলপ পিছত ওঁঠ দুটা ওখহি অহা বুলি গম পাইছিলো। বাপুৱে চাহ খাবলৈ মাতোতে মোৰ ওখহা ওঁঠ দুটা দেখি কেনেকৈ হল বুলি সোধোতে মই মুকুল বুলি কৈয়েই বাকীখিনি কব নোৱাৰিলোঁ, শোকে খুন্দা মাৰি ধৰিলে। চকুৰ পানীও ওলাবলৈ ধৰিলে। বাপুৱে কথাষাৰ নুবুজাকৈ নাথাকিল। নিমখ অলপ গৰম কৰি টোপোলা এটা কৰি দিলে ওখহা ঠাইডোখৰ সেকিবলৈ। আইদেৱে সুধিলে পোকে কামোৰা বুলি কবলৈও শিকাই দিলে। সেই মুহূৰ্ত্ততহে বুজিলোঁ, বাপুৰ মোলৈ মৰম আছে বুলি।

এইদৰে সুখেদুখে উকিলৰ ঘৰত চাওঁতে চাওঁতে কেবাটাও মাহ পাৰ হল। ইয়াৰ ভিতৰত গাঁওবুঢ়া ককা আৰু অহা নাই। বাইৰ খবৰ বাতৰিও একো পোৱা নাই। বাইক লগ পাবলৈ মাজে মাজে মনটো উত্ৰাৱল হয়। কেতিয়াবা ভাবো, দুপৰীয়া খন্তেকৰ কাৰণে লৰ মাৰি তাইৰ খবৰটো লৈ আহোঁগৈ। পিছে তালৈকো ভয় লাগে

জানোছা নোসোধাকৈ গলে আইদেৱে খং কৰে। সুধিবলৈকো মনত ভয়। এদিন নিশা ৰান্ধনীবাপু আজৰি হৈ আহি পাটীত পৰোঁতে কথাষাৰ উলিয়ালো, কথাষাৰ কওঁতে বাপুৱে এনেকুৱা এটা ভাবত থাকিল যেন তেওঁ মোৰ কথা একো শুনাই নাই। তাৰ পিছত কলেঃ 'আইদেউক সুধি যাব পাৰ। মৌজাদাৰৰ ঘৰ সৌটোহে।" এই বুলি কৈয়ে তেওঁ আঠুৱাৰ তলত সোমাই শুই থাকিল।

ৰান্ধনীবাপুৱে মোৰ লগত নো কেলেই কথা পাতিব নোখোজে, বুজিব নোৱাৰিলোঁ। তথাপি মুকুলে গুৰিয়াই ওঁঠ ওখহাই দিয়াৰ দিনা দিয়া দিহাভৰষাখিনিৰ পৰা মোলৈ তেওঁৰ মৰম থকা যেনো লাগে। পিছে কথা নাপাতিলেও বাপুৱে মোক কাহানিও কেটেৰা-জেঙেৰা কৰা নাই! বাপুৰ নাক বাজিবলৈ ধৰিছিল। দিনটো ৰান্ধনীঘৰত সোমাই সোমাই কাম কৰি মানুহজন ভাগৰি পৰে কাৰণেই কথা বতৰা পাতিব নোখোজে। তাতে মোৰ লগত পাতিবলৈ বাপুৰ কথা নো আছে কিটো ?

নিশা ভালেমানলৈকে টোপনি অহা নাছিল। বাইলৈ বৰ মনত পৰিছিল। কাইলৈ আইদেউক সুধি বাইৰ খবৰ লবলৈ ছুপৰীয়া এবাৰ যাম বুলি মনতে পাঙিলো। এইদৰে কথাষাৰ ভাবি ফৰকাল লাগিল। তাৰপিছত কেতিয়া টোপনী গলো কব নোৱাৰোঁ। ময়ো দিনটোৰ কামেবনে ভাগৰি আছিলোঁ।

ৰাতিপুৱা উকিল দেউতাৰ মাততহে সাৰ পালোঁ। বাপুৱে শোৱাপাটিৰ পৰা উঠি বিৰি এটা জ্বলাইছিল। ৰাতিপুৱাৰ পৰাই আইদেউক কথাষাৰ সুধিবলৈ মনটো খুহুৱাই আছিল। এবাৰ ছেগ বুজি কথাষাৰ উলিয়ালো। আইদেৱে পোনতে যাবলৈ দিব খোজা নাছিল, ক'ৰবাত হেৰাওঁ বুলি। পিছত কলেঃ "বাৰু যাবি। পিছে ঘৰটো জানো চিনি পাবি ?" "পাম" বুলি কলো যদিও নিজৰ মনতে সন্দেহ হল। কাৰণ গাঁওঁবুঢ়া ককাৰ লগত অহাৰ দিনাই



যি আহিলো, সেইদিনাৰ পৰা আলিবাটত ভৰি দি পোৱা নাই। হওঁতে কেনিও তেনেকৈ যাব লগাও হোৱা নাই। উকিলৰ ঘৰৰ বজাৰ সমাৰ থানেশ্বৰেই কৰে। থানেশ্বৰ উকিল দেউতাৰ চাপ্ৰাছী। কেতিয়াবা ৰান্ধনীবাপুও যায়। মোৰ কাম ঘৰৰ ভিতৰতে। ঠাইসৰা, ঘৰ মছা কাপোৰ ধোৱা, কাহিবাতি ধোৱা এইবোৰেই মোৰ কাম।

ইয়াৰোপৰি ছুপৰীয়া খাইবৈ উঠি আইদেউ পাটীত বাগৰ দিলে কেতিয়াবা পকা চুলি বাচিল লাগে, কেতিয়াবা ভৰি পিটিকি দিব লাগে। তাকো বৰ বেচি সময়ৰ বাবে নহয়। কাৰণ আইদেৱে কৈয়ে থয় "মোৰ চকু ছুটা লগা যেন পালেই তই যাবি।" আইদেউৰ কথামতে মই তাকে কৰোঁ। কেতিয়াবা উকিলণী আইদেউৰ চকু লগা বুলি আগতেই যাব খোজোঁ—তেতিয়া আইদেৱে চকু নেমেলাকৈয়ে 'ওঁহ ওঁহ' বুলি চিঞৰি উঠে।

বাইৰ ওচৰলৈ যাম বুলি ভিতৰি ভিতৰি মই উকুলীকুত হৈ পৰিলোঁ। কিমান দিনৰ পিছত তাইক লগ পাম-কথায়াৰ ভাবি আপোন পাহৰা হৈ পৰিলোঁ। আইদেউৰ পৰামৰ্শমতে চাপ্ৰাছীকাই বজাৰলৈ যাওঁতে তেওঁৰ লগতে যাবলৈ ওলালোঁ। পিছত বজাৰৰ পৰা উভতি আহোঁতে চাপ্ৰাছীকায়ে মোক লৈ আহিব।

চাপ্ৰাছীকাইৰ বাইচাইকেলৰ পিছফালে উঠি মৌজাদাৰৰ ঘৰলৈ বুলি ওলালোঁ। ককাৰ লগত অহা বাট এইটো নাছিল। পকী-আলিটোৰ সকলোবোৰ নতুন নতুন যেন লাগিল। বাটত ছাপ্ৰাছীকায়ে সুধিলেঃ 'বায়েৰ তোতকৈ কিমান দিনৰ ডাঙৰ ?"

"মোতকৈ তাই ছুবছৰৰ ডাঙৰ". মই কলো।

"বায়েৰক সাৱধানে থাকিবলৈ কবি। মৌজাদাৰৰ সৰুটো পুতেক বৰ সুবিধাৰ নহয়" চাপ্ৰাছিকায়ে কলে। তেওঁৰ কথাষাৰ বুজিব নোৱাৰিলো যদিও বৰ ভাল নালাগিল। কি কথাবোৰ যে কয় !

চ'ৰাঘৰত মৌজাদাৰ দেউতাই মানুহ দুজনৰ লগত কথাপাতি আছিল। মোক দেখিয়েই মৌজাদাৰ দেউতাই কলে: 'কি অ' ৰঙাই, বায়েৰক চাবলৈ আহিলি? কেনে, ভালনে তোৰ? উকিলৰ ঘৰত কেনে পাইছ?"

মই 'ভাল পাইছোঁ' বুলি কোৱাত মৌজাদাৰ দেউতাই হাঁহি হাঁহি কলে: 'এৰা, তোৰ চেহেৰাই কয়। নোদোকাটো হৈ পৰিছ। বৰণটোও আগতকৈ ওলাল।"

মৌজাদাৰ দেউতাৰ মুখত কথাখিনি শুনি লাজত মোৰ কাণ মূৰ গৰম হৈ পৰিল। একো নকৈ তল মূৰ কৈ থিয় হৈ থাকিলোঁ।

মৌজাদাৰ দেউতায়ে কলে: "যা ভিতৰলৈ সোমাই যা। "মালতী" বুলি চিঞৰি মাতিলেও।

ভিতৰলৈ সোমাই যাব খোজোতেই বাই ওলাই আহিল। তাইৰ কোলাত ছোৱালীজনী। বাইক দেখি ভাল লাগিল। তাইৰ চেহেৰাপানী আগতকৈ ভাল হৈছে। বায়ে মোক খবৰবাতৰি সুধিলে। মোৰ মূৰত হাত ফুৰাই মৰম কৰিলে। সেইদৰে মৰম কৰা দেখি মোৰ ভাব হল, মই যেন এটা তেনেই সৰু লৰা আৰু তাই মোতকৈ বয়সত বহুত ডাঙৰ। তথাপি মোৰ ভাল লাগিল। এই সংসাৰত তাই আৰু মইহে। আমি দুয়ো কিমান অকলশৰীয়া —কথাষাৰ ভাবি মনটো সেমেকি আহিল।

মনৰ ভাবটো তল পেলাই তাইৰ খবৰবাতৰি সুধিলো। মৌজাদাৰৰ ঘৰত থাকি তাই ভাল পাইছে। কথাষাৰ জানি ভাল লাগিল। হওক তেও, মোৰ দৰে তায়ো এঘৰ ভাল মানুহেই পাইছে। এনেতে কোনোবাই ভিতৰৰ পৰা মতা শুনি বাই কোবাকোবিকৈ ভিতৰলৈ গল। বায়ে কেছুৱাজনী থৈ আকৌ আহিল। বাৰান্দাত পীৰা এখন পাৰি মোক বহিবলৈ দি তাই ভিতৰলৈ গল। পীৰাত বহি থকাৰ পৰাই ঘৰ দুৱাৰবোৰ চাবলৈ ধৰিলো।



প্ৰথমদিনা ককাৰ লগত আহোঁতে মৌজাদাৰৰ ঘৰদুৱাৰবোৰ যিমান ডাঙৰ যেন লাগিছিল, সিমান ডাঙৰ যেন আজি নালাগিল। আহলবহল চোতালখনৰ চাৰিও পিনে চাৰিটা পকী ঘৰ। দক্ষিণ পিনৰ ঘৰটো বোধকৰো ৰান্ধনীঘৰ। চৰাঘৰৰ গাতে লগা কোঠালী কেবাটাও। বোধকৰো সেইকেইটা শোৱনী কোঠা। চোতালৰ পূবপিনে টুপ লগা ঘৰটো সম্ভৱ গোঁসাইঘৰ। গোঁসাই ঘৰৰ গাতে লগা পথালি ঘৰটো ভৰালঘৰ। দুকোঠলীয়া প্ৰকাণ্ড ভৰাল ঘৰটো। ভৰাল ঘৰৰ মুধতে মোহনে খৰি ফালি আছিল। মোক দেখি মোহনে খৰি ফালিবলৈ এৰি কথা পাতিলেহি ইটো সিটো কথা পাতি থাকোঁতে এগৰাকী শকতআৱত মানুহ কোঠালীৰ পৰা ওলাই অহা দেখিলোঁ। মোহনে আকৌ খৰি ফলাত লাগিলগৈ।

মানুহ গৰাকী মৌজাদাৰনী আই বুলি বুজিলো। সিটো ঘৰৰ বাৰান্দাৰ বেতৰ চকী এখনত মোজাদাৰনী আই বহিল। বায়ে মোক ওচৰলৈ মাতিলে। বায়ে কলে: "এইয়া আমাৰ আই।" মই সেৱা এটি কৰিলোঁ। মৌজদাৰ দেউতাক দেখি যেনেকৈ মনলৈ শ্ৰদ্ধাৰ ভাব আহিছিল, মৌজাদাৰনী আইক দেখিও সেই ভাবটোৱেই আহিল। এনে এঘৰ মানুহৰ ঘৰত বাই আছে, তাইৰ কাৰণে চিন্তা কৰিবলৈ মোৰ একো নাই।

মৌজাদাৰনী আয়ে মোক চাহপানী এটোপা দিবলৈ বাইক কলে। মইহে 'নাখাও' বুলি কলো। এনেতে চাপ্ৰাছীকাইৰ চাইকেলৰ ঘণ্টাৰ শব্দ পদুলিমুখত শুনি আই আৰু বাইক মাত লগাই লৰালৰিকৈ গুছি আহিলোঁ। চাপ্ৰাছীকাইৰ চাইকেলৰ পিছত জাপ মাৰি উঠি মৌজাদাৰৰ ঘৰৰ পিনে এনেয়ে এবাৰ চালোঁ। পিছপিনৰ বাটটোতে থিয় হৈ বায়ে মোলৈ থৰ লাগি চাই আছে। চাইকেলখন আগবাঢ়ি যোৱাৰ লগে লগে তাইক মই নেদেখা হলোঁ। বাটত চাপ্ৰাছীকায়ে সুধিলে: "বায়েৰ ভালে আছেনে?" 'অঁ'

বুলি শলাগাৰ বাহিৰে মই একো কৰলৈ নহল। আচলতে বাইক এৰি আহি মনটো মোৰ গধুৰ হৈ পৰিছিল।

এইদৰেই দিনবোৰ কেতিয়াবা ভাল, কেতিয়াবা বেয়াৰ মাজেদি পাৰ হবলৈ ধৰিলে। মাজে মাজে আইদেউক সুধি বাইৰ খবৰ লৈ আহোঁগৈ, মই গলে তাই বৰ ভাল পায়। ইয়াৰ মাজতে গাঁওবুঢ়া ককা এবাৰ আহি মোৰ আৰু বাইৰ খবৰ বাতৰি লৈ গলহি।

উকিলৰ ঘৰত থাকোঁতে থাকোঁতে দিন, মাহ, বছৰকৈ সময়বোৰ পাৰ হৈ যাবলৈ ধৰিলে। এতিয়া মই প্ৰায় সকলোবোৰ কাম কৰিব পৰা হলোঁ। নিজকে এটা বুজন ডাঙৰ লৰা যেনো লগা হল। আইদেৱে গাইগৰু দুজনী আনিলে। গাইদুজনীৰ দায়িত্বও মোৰ ওপৰতে পৰিল। বজাৰসমাৰো ময়ে কৰোঁ। কেতিয়াবা কাচিৎহে কেনিবা দূৰলৈ যাবলৈ হলে আইদেৱে থানেশ্বৰ চাপ্ৰাচীক পাচে। এইদৰে উকিল, উকিলনী, ডাঙৰদাদা, বাপু সকলোৰে ওচৰত আপোন হৈ পৰিলোঁ। ৰাণুবাইদেউ আৰু মুকুলকহে মোৰ ভাল লগা নাছিল। মুকুল মৰমত নষ্ট হোৱা লৰা। উকিল দেউতা বা আইদেউ, কোনেও কাহানিও মুকুলক দাবিহুমকি দিয়া শুনা নাই। ডাঙৰদাদাৰ কিন্তু মুকুল বা ৰাণু বাইদেউৰ প্ৰতি মৰম বা খঙ একো দেখা নাই। তেওঁলোকেহে ডাঙৰদাদাৰ পৰা নিজৰ নিজৰ দোষবোৰ লুকুৱাই ৰাখিব খোজে।

এদিন এটা সৰু লৰা ভিক্ষা কৰিবলৈ আহিছিল। আইদেউক কোৱাত কাগজ এখিলাতে কিবাকিবি খোৱাবস্তু অলপমান মোক দিলে ভিখাৰী লৰাটোক দিবলৈ। লৰাটোৱে আথেবেথে মোৰ পৰা টোপোলাটো লৈ খাবলৈ ললে। বেচেৰা লৰাটোৰ বৰ ভোক লাগিছিল হবলা। লৰাটোৱে খাই থাকোঁতে মুকুল স্কুলৰ পৰা আহিছিল। য'তে ত'তে মুকুলৰ ভৰিখন আগ। গোৰ মাৰি লৰাটোৰ হাতৰ টোপোলাটো ওফৰাই দিলে। কাগজৰ খোৱাবস্তু-খিনি মাটিত পৰি গল। লৰাটোৱে মাটিৰ পৰা বস্তুখিনি বুটলি



খাব খুজিছিল। মুকুলৰ হুমকিত লৰাটো পলাবলৈ বাধ্য হল। আকৌ গোৰ খোৱাৰ ভয়ত মই ইমানপৰে মনে মনে মুকুলৰ কাণ্ডকাৰখানাবোৰ চাই আছিলোঁ। লৰাটোক খাবলৈ নিদি সেইদৰে খেদি পঠোৱাত মই মনে মনে থাকিব নোৱাৰি কলো ঃ "মুকুল, লৰাটোক খাবলৈ নিদিলা কেলেই? কেলেই খেদাই দিলা?"

"তোক কোনে মাতিছে?" বুলি মুকুলে হাতত লাঠি এডাল লৈ মোক মাৰিবলৈ খেদি ফুৰিবলৈ ধৰিলে। সেইদিনা ডাঙৰদাদা আহি নোপোৱা হলে মোক মুকুলে কি কৰিলেহেঁতেন, কথাষাৰ ভাবিবলৈকে ভয় লাগে।

ৰাণুবাইদেউ মোৰ কাৰণে এটা নুবুজা সাঁথৰ হৈ পৰিছে। আজিকালি ৰাণুবাইদেৱে ফ্ৰ'কচোলা নিপিন্ধে। ফ্ৰ'ক নিপিন্ধিলেও তেওঁক মেখেলাচাদৰো পিন্ধা দেখা নাই। কিবাকিবি পোছাক-বোৰহে তেওঁ পিন্ধে। আচলতে ৰাণুবাইদেউ দেখিবলৈ অশুৱনী নহয়। কিন্তু সেই বাৰেভচহু পোছাকবোৰে আৰু চুলি ফণিওৱাৰ ধৰণ টোৱে ঈশ্বৰে দিয়া তেওঁৰ ৰূপকণ ঢাকি থয় যেনহে লাগে। তথাপি ৰাণুবাইদেৱে নিজকে বৰ ধুনীয়া বুলি ভাবে যেন মোৰ অনুমান হয়। স্কুলকৈ যাবলৈ ওলাই কাপোৰকানি পিন্ধি তেওঁ দীঘল আইনাখনৰ ওচৰত থিয় হৈ নিজৰ ৰেহৰূপ চায়েই তত্ নাপায়। নিজৰ ৰূপটোকেনো ইমানকৈ চাবলৈ কি আছে, বুজিকে নাপাওঁ। এদিন ঠাই মছি থাকোঁতে মনে মনে ৰাণুবাইদেউৰ সেই ভেকোভাওনাখন চাই আছিলোঁ। মোক সেইদৰে চাই থকা ৰাণুবাইদেৱে আইনাতে দেখিলে। আইনাত নিজৰ গাটো চাই চাই কলে ঃ "অই লৰা, কি চাইছ? ভাল দেখিছনে?" ৰাণুবাইদেউৰ কথাত থতমত খাই ঠাই মচাত লাগিলোঁ। ধৰাপৰি কাণমূৰ মোৰ ৰঙা পৰিল।

ৰাণুবাইদেৱে মোক একো নকলে। মুকুল হোৱা হলে গোৰ

এটা মাৰিহে সুধিলেহেঁতেন 'কি চাইছ' বুলি। ৰাণুবাইদেৱে কিন্তু সদায় মোক মৰমৰ চকুৰেই চাই আহিছে। মৰমৰ চকুৰে চালেও তেওঁৰ ওচৰত মই মুকলিমনেৰে কথা কব নোৱাৰিছিলোঁ। তেওঁৰ কথাকাণ্ডবোৰো মোৰ ভাল নালাগিছিল। স্কুলৰ পৰা ৰাণু বাইদেউ সদায় পলমকৈ আহে। পলমকৈ আহিলেও কোনেও তেওঁক একো নকয়। আইদেৱে কেতিয়াবা খং কৰে। ধমকি খালেও পিছদিনা আকৌ তেওঁ পলমকৈ ঘৰলৈ আহে।

এদিন কথা নাই বতৰা নাই, ৰাণুবাইদেৱে মোক টকা এটা দিলে। টকাটো হাতত লৈ আচৰিত হৈ তেওঁলৈ চালোঁ। তেওঁ ধনীয়াকৈ হাঁহি এটা মাৰি কলেঃ "তোক দিছো, কিবা কিনি খাবি।" ৰাণুবাইদেউৰ ধুনীয়া হাঁহিটো মোৰ যেনেকৈ আচৰিত লাগিল, তেনেকৈ হঠাতে মোৰ প্ৰতি ওপজা মৰমৰ কাৰণে ভয়ো লাগিল। উকিলৰ ঘৰত থকাৰ দিনাৰে পৰা টকাহে নালাগে, পইছা এটা লোৱাৰ কথাও মনত নপৰে। এবাৰহে মাজুদাদা যাবৰ সময়ত আঁঠ অনা পইছা দিছিল।

টকাটো লওঁ নে নলওঁ ভাবি থাকোঁতে ৰাণুবাইদেৱে কলেঃ "ল, মৰম কৰিহে দিছোঁ।" ৰাণুবাইদেৱে মোক টকাটো দিবৰ সময়ত আইদেউ ঘৰত নাছিল। ডাঙৰদাদাও নাছিল। উকিল দেউতাহে উকিলখানাত আছিল। টকাটো এখন কাগজেৰে মেৰিয়াই শোৱাপাটীৰ তলত থৈ দিলোঁ।

পিছদিনা দুপৰীয়া আগফালৰ বাৰান্দাত বহি জিৰাইছিলোঁ। ৰাণুবাইদেউ আজিকালি স্কুললৈ নাযায়। সেইবাৰ মেট্ৰিক পৰীক্ষা দিব বোলে। উকিলনী আইদেউ শোৱাপাটিত বাগৰ দিছিল। মুকুল খেলিবলৈ গৈছিল। বাৰান্দাৰ পকাতে বহি আলিবাটলৈ মই চাই আছিলো। এনেতে ৰাণুবাইদেউ আহি মোৰ ওচৰত বহি ফুচফুচাই কিবা এষাৰ কলে। কি কলে একো বুজিব নোৱাৰিলোঁ। দ্বিতীয়বাৰ কওঁতেহে বুজিলো। ৰাণুবাইদেৱে বুকুৰ মাজৰ পৰা চিঠি



এখন উলিয়াই মোক দি কলে, আইদেউ উঠাৰ আগতে চাবি আলিৰ ঢোলটোত চিঠিখন পেলাই আহিবলৈ। মই কি কৰোঁ নকৰোঁ ভাবি থাকোঁতেই তেওঁ প্ৰায় গতিয়াই মোক পঠাই দিলেঃ "যা অ' বেগেঁতে। মায়ে এতিয়াই তোক বিচাৰিব"। গতা খাই একে লৰে চাবি আলিটো পালোগৈ ঢোলটোত পেলোৱাৰ আগতে চিঠিখন চালোঁ, ওপৰত ইংৰাজী আখৰ লেখা আছে। উকিল দেউতাৰ কথামতে অ. আ. ক. খ অলপ শিকিছোঁ। ইংৰাজী একো বুজি নাপাওঁ যদিও আখৰবোৰ ইংৰাজী বুলি চিনি পালোঁ। ৰাণুবাইদেৱে ইংৰাজীতে কালৈ চিঠি লেখিলে আৰু হঠাতে মই কিয় চিঠিখন ঢোলত পেলাবলগীয়া হল, একো নুবুজিলোঁ।

এইদৰে দুপৰীয়া চিঠি ঢোলত পেলোৱাটো মোৰ প্ৰায় দৈনিক কাম হল। তাৰ বাবে ৰাণুবাইদেৱে মোক পা-পইছা দি থকাও হল, মৰমো কৰে খুব। পোনতে টকা লোৱা, চিঠি ঢোলত পেলোৱা—এইবোৰ কথা বেয়া বুলি ভাবিছিলোঁ, ভয়ো খাইছিলো। পিছলৈ বেয়াও নলগা হল, ভয়ো নোহোৱা হল।

আজিকালি ৰাণুবাইদেৱে মোক বেছি মৰম কৰে। হওঁতে মোৰ কাম অলপ বেচি হল। বজাৰলৈ যাওঁতে ঠিক বজাৰৰ গাতে লগা দুমহলীয়া ঘৰ এটাৰ তলত কোঠালী এটাত থকা লৰা এটাৰ ওচৰলৈ মই এবাৰ যাব লাগে। লৰাটোৰ ওচৰলৈ কেতিয়াবা চিঠি, কেতিয়াবা কিতাপ নিব লাগে। লৰাটোৰ নাম ৰঞ্জন। ৰাণুবাইদেৱে মোক প্ৰথমদিনা ৰঞ্জনৰ ওচৰলৈ পঠাওঁতে এটা কথা শিকাইছিল। আইদেৱে সুধিলে ছোৱালী এজনীৰ ওচৰলৈ যোৱা বুলি কবলৈ আৰু ছোৱালীজনীৰ নাম ৰঞ্জনা বুলি কবলৈও কৈছিল। পোনতে ইমান এষাৰ মিছা মাতিবলৈ ঠোটামোজা লাগিছিল। এদিন বজাৰৰ পৰা উভতোতে পলম হোৱাত আইদেৱে খুব খং কৰিলে। তেতিয়া বাধ্য হৈ কব লগাত পৰিলো ৰাণুবাইদেৱে ছোৱালী এজনীক কিতাপ এখন দিবলৈ পঠাইছিল বুলি। ইমান এষাৰ মিছা মাতি বৰ ভয়

খাই আছিলোঁ ; ৰাণুবাইদেৱে ভয় নকৰিবলৈ কোৱাতহে মনটো পাতল লাগিল।

নিশা পাটীত পৰি এইবোৰ কথাকে ভাবো। কিছুমান কাৰণ নোহোৱা কথাত সাঙোৰ খাই পৰি মিছা কথা কব লগা হৈছে। কেনেবাকৈ ধৰা পৰোঁ যদি কোনেও মোক সুদাই নেৰে। আইদেৱেও বৰ বেজাৰ পাব। কেতিয়াবা ৰান্ধনীবাপুক কথাবোৰ কওঁ বুলি ভাবোঁ। কিন্তু কোনখিনিৰ পৰা আৰম্ভ কৰোঁ, একো ঠিক কৰিব নোৱাৰোঁ। তাৰোপৰি কথাবোৰ কবলৈ যাওঁতে নিজৰ ওপৰতে বেচি দোষ চপাই লোৱা হব বুলি ভাব হয়। এইবিলাক কথা চিন্তা কৰি কাকো একো নোকোৱাটোকে ঠিক কৰিলোঁ। বাইও যদি ৰাণুবাইদেউৰ দৰে হলহেঁতেন, তেতিয়া যে কি হলহেঁতেন। তাই লিখাপঢ়া নজনা গাঁৱলীয়া ছোৱালী আৰু ৰাণুবাইদেউ চহৰীয়া শিক্ষিতা ছোৱালী। দুয়োৰে মাজত আকাশ পাতাল প্ৰভেদ। ছাঁতকৈ তাহানি থানেশ্বৰ চাপ্ৰাছীয়ে কোৱা কথাষাৰ মনত পৰি মনটো কঁপি উঠিল। চাপ্ৰাছীকায়ে কৈছিল : "মৌজাদাৰৰ সৰুটো পুতেক বৰ সুবিধাৰ নহয়, বায়েৰক সাৱধানে থাকিবলৈ কবি।" চাপ্ৰাছীকাইৰ তাহানিৰ কথাষাৰে আজি হঠাতে কিয় মোৰ মনত তোলপাৰ লগালে ? মূৰটো আছন্ন্ৰাই কৰিলে। গুৰেটো নিশা চটফটাই থাকোতেই পাৰ হল। চকু দুটা ৰমৰমাবলৈ ধৰিছিল। ৰাতিপুওৱাৰ লগে লগে শোৱাপাটি এৰি নাদৰ পাৰ পালোগৈ। এবাল্টি চেঁচাপানী চকুৱে মুখে মাৰিলোঁ। পুৱাৰ শীতল বতাহজাক লাগি মূৰটো অলপ চেঁচা হোৱা যেন লাগিল।

দুপৰীয়া বজাৰলৈ যাওঁতে মৌজাদাৰৰ ঘৰত সোমালোঁ। ঘৰৰ সমুখত দুখন মটৰগাড়ী ৰৈ থকা দেখিলোঁ, কোনোবা আহিছে ছাগে। পিছফালৰ পানীপোচাৰ বাটটোৱেদি চোতাললৈ সোমাই গলোঁ। ঘৰখন বৰ নিজান নিজান যেন লাগিল। কোনেও নুশুনাকৈ চেপা মাতেৰে বাইক মাতিলো। তাই মোৰ মাতষাৰ শুনি ওলাই আহিল। ফুচফুচাই তাই কলে : "দেউতাৰ শৰীৰ বৰ বেয়া, ডাক্তৰ আহিছে।" কথাষাৰ শুনি ভয়ত অন্তৰখন কঁপি উঠিল। মৌজাদাৰ দেউতাক এবাৰ চাবৰ মন গল। বাইক কথাষাৰ কোৱাত তাই মোক ভিতৰলৈ লৈ গল।

মৌজাদাৰ দেউতাৰ দৰে থুলন্তৰ পুৰুষ এজন এইদৰে পাটীত পৰি থকা দেখি বৰ বেয়া লাগিল। মৌজাদাৰনী আই ভৰি পঠানত বহি আছিল। তেখেতে বৰ চিন্তা কৰি থকা যেন লাগিল—চিন্তা কৰিবৰ কথাও। কোঠালীটোত মৌজাদাৰৰ বৰ পুতেক আৰু দুজন ডাক্তৰ থিয় হৈ গুণগুণাই কথা পাতি আছিল। বেচি পৰ মৌজাদাৰ দেউতাক চাই থাকিব নোৱাৰি কোঠালীটোৰ পৰা ওলাই আহিলোঁ। ৰায়ে কলে : "দেউতাৰ অসুখ হোৱাৰ পৰা মনটো ভাল নলগা হল। কামবনো বেচি হৈছে। মোহন গল নহয় ? জিন্টী ময়নাইঁতক ধুওৱাপখলাৰ পৰা ঘৰখনৰ বাকীবোৰ কাম কৰি আজৰিকে নাপাওঁ পায়। আৰু কিছুমান কথা আছে অ' ৰঙাই। কেতিয়াবা সময় লৈ আহিবিচোন—কথা পাতিম।"

বাইৰ পৰা বিদায় লৈ বজাৰমুৱা হওঁতে গোটেই বাটছোৱা ভাবিলো মৌজাদাৰ দেউতাৰ কথা। বায়ে নো কি কথা কব খুজিছিল, এদিন সোনকালে আহিব লাগিব। বজাৰৰ পৰা ওলাই আহোঁতে ৰঞ্জনক লগ পালোঁ। এনেয়ে ৰঞ্জনক লগ পালে কিজানি বেয়া নালাগিলহেঁতেন। কিন্তু সেইখিনি সময়ত মনটো বেয়া লাগি থকাৰ কাৰণেই হবলা তাক মাতিবৰ মন যোৱা নাছিল। সি ৰাণুবাইদেউৰ কথা সুধিলে। ইফালে সিফালে চাই এখন লেফাফা দুভাঁজ কৰি মোৰ হাতত গুজি দি কলে, "ৰাণুক দিবি।" চিঠিখন ললো যদিও মনটো বিতৃষ্ণাৰে ভৰি পৰিল। সদায় সদায় এনেকুৱা বেয়া কাম ভাল নালাগে।

ৰাণু বাইদেউ আগফালৰ বাৰান্দাত থিয় হৈ আছিল। মোক দেখি তেওঁ দুখোজমান আগবাঢ়ি আহিল। মোৰ হাতত চিঠি আছে

বুলি তেওঁ জানিছিল নেকি। থাউকতে চিঠিখন উলিয়াই দি কোবাকোবিকৈ ৰান্ধনীঘৰ পালোগৈ। বজাৰৰ পৰা উভতোতে বৰ পলম হৈছিল। বাপুৱে খং কৰিলে। সেইদিনা আইদেউৰো মোৰ ওপৰত খং। মৌজাদাৰৰ নবীয়াৰ কথা কোৱাত আইদেউৰ খংটো পাতলিল যেন লাগিল। মই ডুজন ডাক্তৰ অহাৰ কথাও কলো। আইদেউৰ মনটো গধুৰ হল। পিছত আইদেৱে মৌজাদাৰ দেউতাৰ অসুখৰ কথা উকিল দেউতা আৰু ডাঙৰদাদাৰ আগত কোৱা শুনিলোঁ।

পিছদিনা আইদেউ মোৰ লগতে মৌজাদাৰৰ নবীয়াৰ খবৰ লবলৈ ওলাল। মই ভালেই পালোঁ। বাইৰ লগত দুআষাৰ কথা পাতিবলৈ সুবিধা পায়। তাই কিবা কথাও কম বুলিছিল। মৌজাদাৰৰ ঘৰ যেতিয়া পালোগৈ, ঘৰখন তেতিয়াও নিজান হৈ আছিল। ঘৰখন নিজান দেখি বুজিলো, মৌজাদাৰ দেউতাৰ নবীয়া ভাললৈ অহা নাই। মনটো বেয়া লাগিল। আইদেউক মৌজাদাৰ দেউতা থকা কোঠালীটোলৈ বায়েই লৈ গল। আইদেউক বহুৱাই থৈ তাই মোৰ ওচৰলৈ আহিল। বাইৰ কোলাত ময়নী আছিল। ওফোন্দা গালদুখনেৰে ছোৱালীজনী দেখিলেই একোলা লওঁ যেন লাগে। তাতে তাই হাঁহিয়েই থাকে। বাইক দেখিহে বেয়া লাগিল। তাইৰ আউলিবাউলি চুলি, মলিয়ন কাপোৰ সাজ দেখি বুজিলো তাই ছাগে আজবিকে পোৱা নাই। বায়ে কলে: "কালি মনেশ্বৰ আহিছিল, তেওঁ কলে গাওঁবুঢ়া ককাও পাটীত পৰি আছে। অসুখ বোলে টানেই।"

বাইৰ মুখত খবৰটো পাই বুকুখন চিৰিংকৈ গল। ককাৰ অসুখ, টান অসুখ। ককাৰ যদি কিবা এটা হয়, আমাৰ কি দশা হব? ককাৰ মুখখন চকুৰ আগত জিলিকিবলৈ ধৰিলে। বায়ে মোৰ মনৰ অৱস্থা বুজিছিল হবলা। তাই মৌজাদাৰ দেউতাৰ অসুখৰ কথা উলিয়ালে। "ডাক্তৰে হেনো কৈছে দেউতাৰ অসুখ ভাললৈ



আহিলেও এইদৰে পাটীতে পৰি থাকিব লাগিব"—বায়ে কলে। মই একো মাতিব নোৱাৰিলো। ককাৰ টান অসুখ, মৌজাদাৰ দেউতাৰ অসুখ দুয়োটা কথাই মোৰ মনটো অতি বিমৰ্ষ কৰি তুলিলে। বাইক আৰু আগদিনা কব খোজা কথাখিনি সোধা নহল। তায়ো নুলিয়ালে।

বৰঘৰৰ মুধৰ পিনে আঁৰ হৈ কথা পাতি আছিলোঁ। এনেতে পিছপিনৰ বাটেদি মৌজাদাৰৰ সৰু পুতেক চন্দন চাইকেলেৰে আহি আমাৰ ওচৰতে নামিল। সি দাঁত কেইটা উলিয়াই মোক সুধিলে: "বায়েৰক খবৰ কৰিবলৈ আহিলি নেকি?" তাৰপিছত বাইৰ চুলিখিনি চুই কলে: "মূৰ ফণিওৱা নাই কেলেই? মূৰ ফণিয়াই ভালকৈ থাকিলেহে ভাল লাগে।" তাৰ কথাত বায়ে একো নমতা দেখি ময়নীৰ গালত টেপা এটা মাৰি সি আঁতৰি গল। আঁতৰি যোৱাৰ লগে লগে বায়ে 'কটা নিধকটো' বুলি কৈ সি যোৱাৰ ফালে খঙেৰে চাই থাকিল।

তাৰ কথাবোৰ মোৰো ভাল লগা নাছিল। মোৰ খঙো উঠিছিল। পিছে আমি দুখীয়া মানুহ যেতিয়া সকলোৰে গোৰ লাঠি খাই, কটুকথা শুনি থাকিবই লাগিব, উপায় নাই।

বায়ে ভালেমান পৰ কপাল থোপা কৰিয়েই থাকিল। চন্দনৰ ওপৰত উঠা তাইৰ খংটো মাৰ যোৱা নাছিল কিজানি। এনেতে আইদেউ আহিবলৈ ওলোৱাত মই গুছি আহিলোঁ। তাই আমি অহা চাই থাকি ভিতৰলৈ গলগৈ।

আইদেৱে বাটত একো কথাবতৰা কোৱা নাছিল। মইহে এবাৰ সুধিলো: "মৌজাদাৰ দেউতাৰ অৱস্থা কেনে দেখিলে, আইদেউ?"

"বৰ ভাল নহয়।" আইদেৱে গহীনাই কথাষাৰ কলে। কথাষাৰ শুনি মোৰ মনটোও গধুৰ হৈ পৰিল।

গাঁওবুঢ়া ককাৰ নবীয়াৰ কথা শুনি এবাৰ গাঁৱলৈ যাবলৈ মনটো

উচপিচালে। নিশা ৰান্ধনীবাপুক কথাষাৰ কালো। বাপুৱে কলে: "আইদেৱে কয় যদি এৰাতিমানৰ কাৰণে গৈ আহিব পাৰ। বেছি দিন থাকিলেহে গায়ে-গৰুৱে, ভাতে-পানীয়ে মোৰ আহুকাল হব বোপাই।" সেইদিনা বাপুৱে একেলগে ইমানবোৰ কথা কোৱাত মই আচৈ পালোঁ। বাপুক সুধিলো: "বাৰু ৰান্ধনীককাই, এদিনলৈও এইখন ঘৰ এৰি তোমাক কেনিও যোৱা দেখা নাই। তোমাৰ কোনো নাই জানো ?"

অলপ সময় বৈ হুমুনিয়াহ এটা কাঢ়ি বাপুৱে কলে: "আছিল বোপাই, সকলো আছিলো। পিছে সকলো শেষ হল। গাঁৱত হাইজা লাগি দুদিনৰ ভিতৰতে পোনাহাল আৰু সিহঁতৰ মাক ঢুকাল। সেইদিনাই গাঁও এৰিলোঁ। সেই পোৱাভেটি চাবলৈ আৰু যোৱা নাই।" সেইদিনাহে জানিলো, বাপু উকিলৰ ঘৰলৈ অহা এযুগৰো ওপৰ হল। ডাঙৰদাদা স্কুলত পঢ়ি থাকোতেই হেনো বাপু আছিল।

সেইদিনাহে বুজিলো, বাপুৰ এটা দুখ লগা অতীত আছে। অতীতৰ কথা মনত পৰি বাপুৱে কষ্ট পালে। অন্তৰ ভেদি তেওঁৰ এটা বেজাৰৰ হুমুনিয়াহ ওলাই আহিল। মোৰ মনটোও বেজাৰে আগুৰি ধৰিলে। আমি দুখীয়া মানুহবোৰ দুখৰ বোজা ববলৈকে পৃথিৱীলৈ আহিলোনেকি ?

ৰান্ধনীবাপুৰ টোপনী আহিল। তেওঁৰ নাকৰ শব্দ শুনিলোঁ। মোৰ টোপনী অহাৰ আশা নাই। তথাপি তলকা মাৰি থাকি শুবলৈ যত্ন কৰিলোঁ। তেতিয়া পৃথিৱীখন নিজান হৈ পৰিছিল।

* * * *

ইমান দিনৰ মূৰত গাঁৱলৈ উভতিবলৈ পাই মনটো উৰুলীকৃত হৈ পৰিল। পুৰণি স্মৃতিৱে মনটো পোহৰ হৈ পৰিল। ইয়াৰ মাজতে ককাৰ নৰীয়াৰ কথা মনত পৰি মনটো কঁপিও উঠিল।

আঁঠ মাইল বাট খোজকাঢ়ি যেতিয়া গাঁৱলৈ সোমোৱা তিনি



আলিটোৰ মূৰৰ বৰগছজোপাৰ তল পালোগৈ, তেতিয়া মনটো মোৰ কেনেকুৱা লাগিছিল, তাক বৰ্ণাব নোৱাৰোঁ। এই জোপা গছৰ তলেৰেই এদিন ককা, মই আৰু বাই চহৰলৈ বাট বুলি গৈছিলোঁ। তেতিয়া আমাৰ সমুখত আছিল এটা অনিশ্চিত ভৱিষ্যত। বৰগছ জোপা পাৰ হৈয়ে দুফালে দুখন বহল পথাৰ। পথাৰৰ ধানবোৰ কটা হৈ গৈছে। শুকান নৰাবোৰ নিৰ্জীৱ হৈ পৰি আছে। দুই এঠাইত গৰু দুটা এটাই শুকান নৰা চোবাই থকা চকুত পৰিল। কোনো কোনো ঠাইত নৰাৰ গাত মেৰ খাই কলামাহৰ গছবোৰ মূৰ ডাঙি উঠিছে। কলামাহৰ গছবোৰ দেখি তাহানি মহেশ, পৰমাহঁতৰ সৈতে কলামাহ চোবোৱাৰ কথা মনত পৰিল। সেইবোৰ দিনৰ কথা মনত পৰিলে মনটো ৰঙীন হৈ পৰে। ইমান দিনৰ মূৰত মহেশহঁতক লগ পাম বুলি কথাষাৰ ভাবি মনটো ভাল লাগিল। বহল পথাৰ দুখন একেদৰেই আছে। কেৱল সোঁফালৰ পথাৰখনৰ সিপাৰে দুটামান ঘৰ চকুত পৰিল, নকৈ বহা মানুহ হবলা।

গাঁৱত সোমোৱাৰ লগে লগে কেঁচা মাটিৰ চিনাকি গোন্ধটোৱে মোক এটা নতুন জীৱনৰ সঁহাৰি দিলে। মনৰ উত্তেজনাত আগবাঢ়িলো গাঁৱৰ বুকুলৈ। পথাৰৰ দাঁতিতে ডাঙৰ বাঁহনিখনৰ সৈতে সেইটো মহেশহঁতৰ ঘৰ। ঘৰ দুৱাৰবোৰ একেধৰণৰেই আছে। তেনেকৈ কোনো সালসলনি হোৱা নাই। নতুনৰ ভিতৰত সমুখত নকৈ সজা এটা বুলনিচ'ৰা। পদুলিত থিয় হৈ মহেশ বুলি চিঞৰিলোঁ। বুলনিচ'ৰাটোৰ পৰা বুঢ়া মানুহ এজন ওলাই আহিল। বুঢ়াক চিনি পালো, মহেশৰ দেউতাক। বুঢ়ায়ো মোক দেখিয়েই চিনি পালে। মোক সুধিলে: "হেৰ' তই ৰঙাই নহয়নে ? কেতিয়া আহিলি।

—"এয়া আহি আছো খুড়া। মহেশ নাই নেকি ?"

—"মহেশ আজি দুবছৰ হল ভাটীফালে কিবা চাকৰী এটাত লাগি আছেগৈ। তই গম নাপাৱ হবলা।" খুড়াই কলে।

—"ওহোঁ নাপাওঁ" মই কলো। সৰুতে আমি একেলগে খেলিছিলোঁ। পিছে সি মোমায়েকৰ লগত থাকি লিখাপঢ়া শিকিছিল। তাৰ পিছৰ পৰা তাক আৰু লগ পোৱা নাছিলোঁ। গাঁৱলৈ সি আৰু উলটি নাহিল কিজানি, হঠাতে মনত পৰি খুড়াক সুধিলো: "কেনে আছে খুড়া?"

"নমৰি জীয়াই আছোঁ বোপাই" খুড়াই হুমুনিয়াহ কাঢ়ি কথাষাৰ কলে। খুড়াৰ মুখত বাৰ্দ্ধক্যৰ আঁচোৰ বাৰুকৈয়ে পৰিছে। খুড়াৰ মুখলৈ চাই থাকি গাঁওবুঢ়া ককাৰ কথা মনত পৰিল। খুড়াকে ককাৰ খবৰ সুধিলোঁ। খুড়াই কলে: "বুঢ়া এইবাৰলৈ কোনোমতে ৰল। পিছে এইবাৰ নৰীয়া গহীন ধৰণৰেই আছিল। আগৰ দৰে যে বুঢ়া ঘুৰি পকি ফুৰিব পাৰিব, সন্দেহ। তাতে বুঢ়াৰ মনত অশান্তিও। পুতেকহঁত বেলেগ বেলেগ হল নহয়। বুঢ়াই এতিয়া সৰু পুতেকৰ লগতহে খায়।"

খুড়াৰ মুখত ককাৰ কথাখিনি শুনি বেয়া লাগিল। পুতেকহঁতে বাৰু ককা থকা দিনকেইটা একেলগে থাকিব নোৱাৰিলেনে? ককাক লগ পাবলৈ মনটো উচপিচাবলৈ ধৰিলে। খুড়াৰ পৰা বিদায় লৈ খৰখেদা কৰি আগবাঢ়িলো। এটাৰ পিছত এটাকৈ চিনাকি ঘৰবোৰ পাৰহৈ গলো। গাওঁখনৰ চকুত লগাকৈ বিশেষ একো সালসলনি হোৱা নাই। দুখীয়া মানুহৰ গাঁওখন দুখীয়া হৈয়ে আছে,—আলিৰ দুয়োকাষৰ ভগাছিগা ঘৰবোৰ দেখি মোৰ তেনে এটা ভাবেই মনলৈ আহিল।

দীঘল দীঘল তামোলৰ গছবোৰৰ মাজেদি সেওঁতা ফলাদি পথুলিটো ওলাই আহিছে এটা সৰু পঁজা ঘৰৰ পৰা। ঘৰটো দেখি চিনাকি যেন লাগিল। পঁজাটোৰ পৰা কাঁড়পাত অহাৰ দৰে এগৰাকী বুঢ়ী ওলাই আহিল। বুঢ়ীৰ কঁকাল পৰিছে। পোন হৈ খোজ কাঢ়িব পৰা নাই। পথুলি পাই কঁকালটোত বাওঁখন হাতৰ পটাৰে হেঁচা দি অলপ পোন হৈ মোলৈ বুঢ়ীয়ে একেথৰে



চালে। বুঢ়ীৰ চকু জলকতবক লাগিছিল হবলা। মোক সুধিলে: "হেৰ তই হেৰিয়াৰ পুতেক নহৱনে?" হেৰিয়া বুলি পিতাইৰ নামটো মনত পেলাবলৈ বুঢ়ীয়ে যত্ন কৰিছিল। পদ্মা বৰআই আগতকৈ বুঢ়ী হল, কঁকালো পৰিল। কিন্তু মাতটো হলে একেদৰে আছে। মাতটো শুনিয়েই মোৰ মনৰ খোকোজা আঁতৰিল। কলো: "হয়, বৰআই, মই ৰঙাই।"

—"কাহানি আহিলি? আছ ক'ত?"

—"এয়া আহি আছো বৰআই। ককাৰ নৰীয়াৰ কথা শুনি খবৰ কৰি যাওঁ বুলি আহিলোঁ।"

মোৰ কথা শুনি বৰআয়ে কলে: এৰা অ' বোপাই। বুঢ়াৰ বৰ টান নৰীয়া হৈ গল। আমাৰ নো মৰিবলৈ কেইদিন বাকী?" কথাষাৰত কিবা বেজাৰ সোমাই থকা যেন লাগিল। বৰআয়ে কলে: "আহ, চাহপানী অকণ তপতাওঁ, খাই যা। চহৰৰ পৰা আহিছ, পিয়াহ লগা নাই জানো?"

পিয়াহ হওঁতে লাগিছিল। তাতোকৈ বৰআইৰ মৰমকণক নেওচিবলৈ সত নগল। "দিয়ক বৰআই, পানী এটোপা পালে বেয়া নাপাওঁ।"

বৰআইৰ পিছে পিছে গৈ জুপুৰী ঘৰটোত সোমালোঁ। বৰআয়ে ডুখৰিপীৰা এখন দি কলে: "বহ মই পানী তপতাওঁ।" বুঢ়ীৰ জুহালখন মুখৰ চালিখনৰ এচুকত। বেৰৰ কাষত গোটাই থোৱা তামোলৰ শুকান ঢকুৱা কেইডোখৰমান জুহালত ভৰাই বুঢ়ীয়ে ফুৱাবলৈ ধৰিলে। ধোঁৱাই চকুত ধৰিছিল। চকুৰ পানী মচি মচি সুধিলে: "হেৰ'বায়েৰ মৌজাদাৰৰ ঘৰতে আছে নহয়? তাইৰ ভালনে?"

মই কলো: "তাই ভালে আছে। পিছে মৌজাদাৰ দেউতাৰহে বৰ টান নৰীয়া।" কথাষাৰ কোৱাৰ লগে লগে মনটো উৰামাৰি মৌজাদাৰৰ ঘৰ পালেগৈ। বাইৰ কথাও মনত পৰিল।

গাঁৱলৈ অহাৰ আগতে তাইক এবাৰ লগ পাই আহিব লাগিছিল।

"হেৰ' লৰা এটা চাইচিতি তাইক গতাই দে। গাভৰু ছোৱালী এজনী এইদৰে লোকৰ ঘৰত থকাটো জানো ভাল হৈছে?"

কথাষাৰ শুনি চক খাই উঠিলো। ঠিকেই কৈছে বৰআয়ে। তথাপি নিজকে চম্ভালি কলোঁ: "বৰআই, সকুৱে পৰা তাই সেইখন ঘৰতে ডাঙৰ হল। মৌজাদাৰনী আইইঁতে তাইৰ কথা চিন্তা নকৰাকৈ আছেনে ছাগে? তেখেতসকলে নিশ্চয় কিবা এটা কৰিব।"

মোৰ কথাষাৰ শুনি বৰ আয়ে ভাল নাপালে যেন লাগিল।

"এৰা কথাষাৰ হওঁতে হয়"—বৰআয়ে সেমেকা মাতেৰে শলাগিলে। বাতি এটাত চাহপানী বাকি বাকি বুঢ়ীয়ে গাঁওখনৰ খবৰ এটা এটাকৈ কবলৈ ধৰিলে। খবৰবোৰ পাই ভাল লাগিল। নতুন খবৰ একো নাই। কেৱল ভালবেয়া খবৰেই।

চাহপানীৰ বাতিটো হাতত দি বৰআয়ে টেকেলীৰ পৰা পাতল কাগজেৰে মেৰিওৱা বিস্কুত তিনিটা উলিয়াই মোৰ হাতত দি কলে: হোঁ ধৰচোঁন। অকলশৰীয়া মানুহ। ককাঁলৰ বিষত একো এটা কৰিব নোৱাৰা হলোঁ। আজিকালি নামঘৰৰ কাষতে গুৱাহাটীয়া এটাই দোকান এখন পাতিছে নহয়। তাৰ পৰাই পৰভাতে বিচ্কুত দুটামান আনিছিল, তাকে খা বোপাই।"

প্ৰভাত বৰআইৰ দেওৰেকৰ পুতেক। আমাতকৈ বয়সত সৰু আছিল যদিও প্ৰভাত আমাৰ লগত খেলা লৰা। বৰআইৰ কথা তাহানি শুনিছিলো। বৰআই হেনো ফুলতে বাঁৰী হল। সেই-কাৰণে দেওৰেকৰ পুতেক প্ৰভাতকে আনি তোলনীয়া পুতেক কৰি ললেহি। সম্পত্তি বুলিবলৈ বুঢ়ীৰ সেই বাৰীখনেই। তাতে তামোল দুজোপামান, আম কঠাল আদি ফলমূলৰ যি দুই এজোপা গছ আছে, সিমানেই। বৰআইৰ অবিহনে প্ৰভাতেই বাৰীখন পাব।



বৰআইৰ পৰা বিদায় লৈ আকৌ গাঁৱৰ আলিটোৱেদি আগ বাঢ়িলোঁ। আলিত দুই এজন মানুহ লগ পালোঁ। কোনোৱে চিনি পালে, কোনোৱে ৰঙাই হওঁ নে নহওঁ বুলি সন্দেহৰ চকুৰে চালে। এগৰাকী মানুহ জপনামুখত থিয় হৈ আছিল। অচিনাকি দেখিয়েই হবলা ওৰণীখন দীঘলকৈ টানি এখোজ দুখোজকৈ মানুহগৰাকী ভিতৰলৈ সোমাই গল। সোমাই গল যদিও ওৰণীৰ ফাঁকেৰে মানুহ গৰাকীয়ে উভতি উভতি চাই গল।

গাঁওবুঢ়া ককাৰ পদুলি যেতিয়া পালোগৈ, ককাঁই তেতিয়া সৰু মুঢ়া এটাত বহি ৰ'দ পুৱাই আছিল। ককাক দূৰৰ পৰা দেখিয়েই বুকুখন মোৰ হম্‌হমাই গল। ককাৰ শৰীৰত হাড়ছালহে আছেগৈ। নঙলাৰ শলখা কেইডাল খুলি সোমাই গলোঁ। ওচৰ চাপি মাত দিলো 'ককা'।

ককাই হাতখন চকুত তুলি ৰ'দৰ আঁৰ কৰি মোলৈ চালে। —"হেৰ ৰঙাই দেখোন"।—"কেতিয়া আহিলি?"—ককাৰ মাতষাৰ নাকে কাণে ওলাইছিল।—"এয়া আহিলো ককা। আপোনাৰ নৰীয়াৰ খবৰ কালি পাই আজি উকিলনী আইদেউক সুধি আহিলো খবৰ এটা কৰি যাওঁ বুলি।"—"এৰা বোপাই, এইবাৰ যমৰ ঘৰ দেখি আহিলোঁ। ককাৰ কথাষাৰ শুনি মনটো বেচি বেয়া লাগিল। তথাপি শোৱাপাটীত নেদেখি ককাক সেইদৰে বহি থকা দেখি মনটো ভাল লাগিল।

ভিতৰৰ পিনে চাই ককাই কাৰবাক মাতিলে। ইপিনে সিপিনে চাই দেখিলো, ককাৰ আগৰ ঘৰদুৱাৰ নাই। বহুত সাল সলনি হৈছে। বৰ বৰ ঘৰ কেবাটাও দেখিলোঁ। মহেশৰ দেউতাকৰ কথাষাৰ তেনেহলে সচাঁ ভিতৰৰ পৰা দীঘল ওৰণী টানি ছোৱালী এজনী ওলাই আহিল। ককাৰ সৰু পুতেকেও বিয়া কৰালে হবলা। মই বেচি ভাবিবলৈ নহল। ককায়েই কলে: 'হৰেনলৈ আনিলো নহয়, এইজনী তাৰে যোৱাৰী।"

—"হেৰ' হবেন নাই নেকি ?" ককাই বোৱাৰীয়েকক সুধিলে।

—"নাই পিতাই, কেনিবা ওলাই গৈছে। আহোঁতে বেলি হব বোলে।" বোৱাৰীয়েকে কলে। কথাখিনি কওঁতে তাইলৈ চালোঁ। চিনি পাওঁ পাওঁ যেন লাগিল।

"ৰঙাই, মোক চিনি পোৱা নাই হবলা। মই সোনতৰা, মালতীৰ লগৰে মই। তাহানি একেলগে খেলিছিলো, মনত নাই জানো ?" সোনতৰাৰ কথা শুনি মনটোত তোলপাৰ লাগিল। সোনতৰাৰ লগত একেলগে খেলাৰ কথা মনত আছে। আমি লৰা জাকে তাইৰ নাকটো ফেঁচা কাৰণে ফেঁচী নাকী বুলি জোকাইছিলোঁ। এইদৰে জোকাওঁতে কেতিয়াবা তাই আমাক খেদি ফুৰিছিল, কেতিয়াবা আমাক একো কৰিব নোৱাৰি কান্দি পেলাইছিল। সেইজনী সোনতৰা এতিয়া ককাৰ বোৱাৰীয়েক হল। কথাটো কিবা সপোন সপোন যেন লাগিল।

সোনতৰাই বাইৰ খবৰ ললে। ককাই কলে: "এতিয়া যা চাহপানী এটোপা তপতাই আনগৈ, পাছে পৰেও কথা বতৰা পাতিবি। ৰঙাইলৈও ভাতৰ যোগাৰ কৰ।"

ককায়ো বাইৰ খবৰ ললে। বাইৰ খবৰ কওঁতে মৌজাদাৰ দেউতাৰ নৰীয়াৰ কথাও কবলগীয়া হলো। আচলতে মৌজাদাৰ দেউতাৰ নৰীয়াৰ কথা কবৰ মন নাছিল। কথাষাৰ শুনি ককাই বেজাৰ কৰিলে। দেহাটো ভালে থকাহেতেন এবাৰ চাই আহিলোগৈহেঁতেন বুলি ককাই কলে। ককাৰ কথাষাৰ মুখ পাতি ধৰি কলো: "নালাগে ককা, আগতে নিজৰ শৰীৰটো টনকিয়াল কৰি লওক।" মোৰ কথা শুনি ককাই সেমেকা হাঁহি এটা মাৰি কলে: "ভাল কথা কৈছ বোপাই। শোৱাপাটীৰ পৰা চুচুৰি আহি এইখিনিতে বহি ৰ'দ পুৱাওঁ। ৰ'দ গলে আকৌ চুচৰি গৈ শোৱাপাটীত পৰোঁগৈ। গা পা ধুবলৈও ইহঁত হালে ধৰি মেলি দিলেহে পাৰোঁ। ডাঙৰ ছুটাই তো পিঠিয়েই দিলে। হৰেণেই



যদি মৰণকালত মুখত পানী এটোপা দি মাৰে। বোৱাৰী জনীয়ে বৰ যতন কৰে। "ককাই কৈ থাকোতে সোনতৰাই কাঁহি ছুখনত ছুবাতি চাহ আনি আমাৰ আগত থলেহি। ককাৰ মুখত সোনতৰাইঁতৰ প্ৰশংসা শুনি ভাল লাগিল।

চাহপানী খাই থাকোঁতে ককাই জলকা লাগি কিবা এটা চিন্তা কৰা যেন লাগিল। কিছুপৰ সেইদৰে থাকি ককাই নিজকে কোৱাৰ দৰে কলে: "মৌজাদাৰ আমাতকৈ ভালেমান বছৰৰ সৰু। মৌজাদাৰৰ উপনয়ন, বিয়া এইবোৰ খোৱা আমাৰ মনত ভালকৈয়ে আছে। উপনয়নৰ দিনা ভাওনা চাই ঘৰলৈ উভতোতে ৰাতি পুৱাল।" ককা অলপপৰ তভক মাৰি থাকিল। তাৰ পিছত আকৌ কলে: হেৰ' মৌজাদাৰৰ নৰীয়াৰ কথা শুনি মনটো ইচাটিবিচাটি লাগিছে পাই।"

ককাৰ কথা শুনি মনতে ভাব হল, মৌজাদাৰৰ নৰীয়াৰ কথা ককাক নোকোৱা হলেই ভাল আছিল। আন এটা কথা উলিয়াই ইটো কথা তল পেলাবলৈ যত্ন কৰিলোঁ। কি কথা উলিয়াওঁ চিন্তা কৰোঁতেই ককাই সুধিলে: বায়েৰৰ খবৰ খাতি লৈ থাকনে ?" মই 'ওঁ' বুলি শলাগিলো।

"তাইক এঠাইত গতাব পৰা হলে নিশ্চিন্ত হলোহেঁতেন। গাভৰু ছোৱালী এজনী এইদৰে লোকৰ ঘৰত কিমান দিন থাকিব ?"

—"কথাটোময়ো ভাবিছোঁ। পদ্মা বৰআয়েও এতিয়া তাকে কলে, মই ভাবিছোঁ, আপুনি আছে, মৌজাদাৰ দেউতা আছে—মইনো এইবিষয়ে ভাবিব লাগিছে কেলেই ?"

—"তাকে কিবা এটা দিহা কৰিবলৈও কেনিও লৰচৰ কৰিব নোৱাৰা হলো নহয়। তথাপি তই চিন্তা নকৰিবি। মই জীয়াই থাকোঁতেই কিবা এটা কৰিম।" ককাই কলে।

ককাৰ লগত কথাবতৰা হৈ থাকোঁতে বেলি আহি মূৰৰ ওপৰ পালেহি। এইখিনি সময়ৰ ভিতৰত ককাৰ ডাঙৰ পুতেক

দুজনৰ পৰিয়ালৰ জনপ্ৰাণী এটাকো নেদেখিলোঁ, হওঁতে তেওঁ লোকৰ ওলোৱাসোমোৱা বাটটো বেলেগ। খাই বৈ উঠি তেওঁলোক দুয়োঘৰতে মাত লগাই আহিবলৈ মনতে পাঙিলোঁ। এইদৰে কথাবতৰা পাতি থাকোঁতে সোনতৰাই আহি কলে: "মোৰ ভাত হল। ৰঙায়ে পিছে কি কৰা? গা পা ধুই আহিছা নে ইয়াতে গাটো তিয়াই লবা?"

পুৱা দোকমোকালিতে উঠি গা পা ধুই আহিছোঁ। ভৰি হাত বোৰ ধুই পখালি ললেই হব বুলি ভাবি বাৰীৰ পিছপিনে থকা পুখুৰীপাৰ পালোগৈ। হাতভৰি ধুই আহি আগচোতাল পাওঁতে দেখিলোঁ ককা লাহে লাহে ভিতৰলৈ গৈছে। ময়ো ককাৰ পিছ ললো।

গাঁৱৰ আঞ্জা পাচলিৰ জুতি বেলেগ। তাতে ককাৰ লগত একেলগে বহি সোনতৰাই মৰমেৰে বাঢ়ি দিয়া ভাতকেইটা পৰম-তৃপ্তিৰে খালোঁ। মাটীকাছুৰী শাকেৰে ৰন্ধা মাগুৰ মাছৰ আঞ্জাকণ খাই অমৃত যেন লাগিল। আঞ্জাকনৰ শলাগ লওঁতে সোনতৰাই ওচৰত বহি থকাৰ পৰা চকুলৈ উঠি গল। যাওঁতে কৈ গল: "থোৱা দেও, তোমালোক চহৰৰ আঞ্জাভাতৰ জুতি লোৱা লৰা, গাঁৱলীয়া মানুহে ৰন্ধা আঞ্জাপাচলি খাই কি সুখ পাবা? মিছাকে ঠাট্টা নকৰিবা।"

সোনতৰাই আৰু অলপ আঞ্জা আনি মোকো দিলে, ককাকো দিলে। মই 'নালাগে' বুলি কব খুজিছিলো, পিছে সোনতৰাৰ পৰা আৰু কথা শুনিব লাগে বুলি কোৱা নহল। ককাইহে কলে: "গোটেই সোপা আমাকে দিলি। তালৈ থৈছ নে নাই? তোলৈ একা?"

ককাৰ কথাৰ উত্তৰত সোনতৰাই কলে: "পুতেক গধুলিলৈহে আহিব। চৰুতে থৈ দিম।"

—"এ হয়নেকি? ৰঙায়ে তেনেহলে তাক লগ নাপাবই।" ককাই কলে।



—"নহয় ককা, আজি নিশাটো ইয়াতে থাকিম বুলি আইদেউক কৈ আহিছোঁ নহয়। কাইলৈ ৰাতিপুৱাই যামগৈ" মই কলো।

মোৰ কথাষাৰ শুনি ককাই ভাল পালে।

—"থাক থাক বোপাই, মই তোক কওঁ বুলি ভাবিছিলোৱেই। পিছে আকৌ ভাবিলো, লোকৰ ঘৰৰ কথা, কিজানিবা আহুকাল হয়।" ককাই কলে।

নিশাটো থাকিম বুলি জানি সোনতৰায়ো ভাল পালে। বাই আৰু সোনতৰা একেলগে খেলা ছোৱালী আছিল। সেইজনী সোনতৰাই ঘৰ এখন ধৰিব পৰা হল। বাইকো এঘৰলৈ উলিয়াই দিব পাৰিলে কিমান ভাল লাগিব। সংসাৰত তাই আৰু মইহে। তাইৰ সুখ সন্তোষ দেখিবলৈ পালে মোক আৰু একো নালাগে।

ভাত খাই মুহুদি কৰি ককা শোৱাপাটীত পৰিলগৈ। আগ-চোতালত তেতিয়াও ৰ'দ আছিল। ৰ'দত বহি ইটোসিটো গুনাগঁথা কৰি থাকোঁতেই সোনতৰায়ো আজৰি হৈ হাতত তামোলৰ বটাটো লৈ মোৰ ওচৰতে বহিলহি। চহৰৰ কথা জানিবলৈ সোনতৰাৰ বৰ হেপাঁহ। ইটো সিটো কথা সুধি তাই মোক তত নোহোৱা কৰিলে। গাঁৱৰ ইটো সিটো কথাও তাই উলিয়ালে।

সোনতৰাৰ লগত কথা পাতি থাকোঁতেই ৰ'দগৈ তামোলৰ আগ পালেগৈ। সোনতৰাক কলো: "ককা উঠিলে কবি, মই অলপ গাওঁ ফুৰি আহোঁগৈ।" সোনকালে উভতিবলৈ সোনতৰাই দঢ়াই দঢ়াই কলে।

ককাৰ ঘৰৰ পৰা ওলায়েই ডাঙৰ দুজনৰ ঘৰ পালোগৈ। দুয়োঘৰতে সমানে আদৰযতন কৰি চাহপানী খুৱালে, বাইৰ খবৰ ললে। চহৰলৈ কেতিয়া উভতিম, তাৰো খবৰ ললে। পিছে ককাৰ নবীয়াৰ কথা দুয়োঘৰৰে কোনো এযোৰাই নুলিয়ালত মনটো বেয়া লাগিল। ককা হেন মানুহজনকো এইদৰে অৱহেলা কৰিব লাগেনে?

বেচি সময় তাত নাথাকি ভিতৰ গাঁৱলৈ ওলাই গলোঁ। আমাৰ পুৰণি ভেটিটো চাবলৈ মনটো উত্ৰাৱল হল। তাত যে একো দেখিবলৈ নাপাওঁ, ঠিক। তথাপি সেই ভেটিৰ মোহে মোক টানি লৈ গল।

আমাৰ পুৰণি ভেটিটো থকা বাৰীখনৰ সোঁ ফালে বকুলহঁতৰ ঘৰটো একেদৰেই আছে। বকুলহঁতৰ ঘৰটো দেখিহে আমাৰ ভেটিটো চিনিব পাৰিলো। ঘৰদুৱাৰৰ চিন মোকাম নাই, এতিয়া এৰাবাৰী হল। ফুটকলানী আৰু আন আন গছ গজি ঠাইডোখৰ হাবিয়নী হৈ পৰিছে। আগচোতালত ঢেকীয়া শাক এডৰা লহপহকৈ বাঢ়ি আহিছে। পচুলিৰো চিনমোকাম নাই। তথাপি তাতে থিয়হৈ অতীতৰ কথাবোৰ এৰাধৰাকৈ মনত পেলাবলৈ যত্ন কৰিলোঁ। এটা এটা কৈ পুৰণি কথাবোৰে মনটোত ভুমুকিয়াবলৈ ধৰিলে। মনটো গভীৰ হৈ পৰিল।

এনেতে দেখিলোঁ, বকুলহঁতৰ ঘৰৰ ফালৰ পৰা চাপৰি চাপৰি ঢেকীয়া শাক বুটলি মানুহ এজনী আহি আছে। মানুহজনীৰ মুখখন দেখা নাছিলোঁ। ঢেকীয়া শাক বুটলি বুটলি প্ৰায় মোৰ ওচৰ পাওঁতে মধ্যে আগবাঢ়ি গলোঁ। এবাৰ হঠাতে মূৰ তুলি সমুখত মোক দেখি উচপ খাই কলে: "নেওচা কেওচা দিবলৈ বহি। সেইটো কোন অ'?" মানুহজনীয়ে ভয় খাইছিল বুলি জানি মোৰ হাঁহি উঠিল। "মই ৰঙাই, চিনি পোৱা নাই জানো?" মই কলোঁ।

—"ৰঙাই, কেতিয়া আহিলিনো?" মানুহজনীৰ মুখখন তেতিয়াহে ভালকৈ দেখিলোঁ। চিনি পালো, সেইজনী বকুলৰ বৌয়েক। বৌয়েক যদিও বকুল পানীকেছুঁৱা থাকোঁতেই মাক ঢুকোৱাত বৌয়েকেই তুলি তালি তাক ডাঙৰ কৰিলে। বকুল, মই একেলগে খেলা লৰা যদিও সি আমাতকৈ ভালেমান ডাঙৰ আছিল। মানুহজনীয়ে মোলৈ একেথৰে চাই থকাতহে মোৰ গালৈ চেতনা



আহিল। খকমককৈ কলোঁ: "ৰাতিপুৱাই আহিলো বৌ। গাঁওবুঢ়া ককাৰ ঘৰতে ভাতপানী খালোঁ।"

—"থাকিবিনে কেইদিন মান?" বৌয়ে সুধিলে।

—"কাইলৈ ৰাতিপুৱাই যামগৈ। ভালে আছানে বৌ? বকুল ক'ত আছে?"

— ঘৰতে আছে। মৰণা এটা পেলাবলৈ কৈছো, জানো কি কৰে? হেৰ' এইখন এৰাবাৰী হল। ডেকাডাঙৰ হলি। লোকৰ ঘৰত কিমান দিন থাকিবি? ইয়ালৈ গুছি আহি খেতিখোলাত নালাগহিনো কেলেই? তহঁতৰ খেতিৰ মাটি এডোখৰ আছিল নহয় হবলা? নে বেচিলি?" বৌয়ে একেলেথাৰীয়ে কথাখিনি কৈ গল যদিও মনত লগা কথাখিনিকে কলে।

"নাই বেচা বৌ, আছে হবলা। ককাইহে জানে। এৰা মধ্যে ভাবিছো, খেতিবাতিত লাগিবহি লাগিব।"

কথাষাৰ কোৱাৰ লগে লগে উকিলৰ ঘৰখনলৈ মনত পৰিল। সেইখন ঘৰ এৰি অহাও টান। মুকুলৰ বাহিৰে সকলোৱে মোক মৰমৰ চকুৰে চায়। আৰু ঘৰখনৰ সৰহভাগ কাম চোন মোৰ মূৰৰ ওপৰতে। মই নোহোৱাত ছাগে ৰান্ধনীবাপুৰ বৰ আহুকাল হৈছে। এইবোৰ কথাকে ভাবি আছিলোঁ।

"আমাৰ ঘৰৰ পিনে নাহ জানো? আহ, চাহপানী অকণ খাহি" বৌয়ে কলে। মুখেৰে একো নকৈ বৌৰ পিছে পিছে বাৰীৰ লুঙলুঙীয়া বাটটোৰে আগ বাঢ়িলোঁ।

বকুলহঁতৰ আৰু আমাৰ বাৰীৰ সীমাৰ চতীয়না জোপা প্ৰকাণ্ড এজোপা গছ হল। তাৰ কাষতে থকা পনিয়ল জোপাৰ হে তেনেই কাহিল অৱস্থা। সৰুতে আমি জাকলৰাইঁতে এই গছজোপাৰ পনিয়ল কিমান খাইছিলো, মনত পৰি জিভাৰ পানী ওলাল। বৌৰ পিছে পিছে গৈ চোতালত থিয় হলোঁ। চোতালতে বহি বকুলে কাঠী তুলাই আছিল। বৌৱে কলে: "হেৰ বকুল, এইটো কোন চাচোঁন।"

বকুলে বহি থকাৰ পৰাই চায়ো চিনি নোপোৱা যেন দেখি হাতত কটাৰী, কাঠী লৈয়েই মোৰ ওচৰ পালেহি। একেথৰে মোলৈ চাই থাকি কলেঃ "এইটো ৰঙাই নহয় জানো? হেৰ' ডেকাটো হলি। পিছে মুখৰ চেহেৰাটো একেদৰেই আছে দেই।" কথাষাৰ কৈয়েই সি মোক সাৱট মাৰি ধৰি ঘৰৰ ভিতৰলৈ লৈ গল। ভিতৰত ছোৱালী এজনী থিয় হৈ আছিল। চাওঁতে তাই মিচিকিয়াই হাঁহিলে।

বৌয়ে কলেঃ "এইজনীক চিনি পাইছনে নাই? চম্পা! বাপেৰ ঢুকাওঁতে তাই কোলাত আছিল নহয়—তোৰ মনত নাই হবলা। সেয়ে ভগৱন্ত প্ৰভুৰ বস্তু। তাৰ পিছত আৰু লৰালুৰি নহল নহয়? জৰায়ুত কিবা দোষ লাগিল বুজিছ?"

বৌয়ে আৰু বহুত কিবাকিবি কলেহেঁতেন হবলা, বকুলেহে বাধা দিলেঃ "ইমান দিনৰ মূৰত লৰাটো আহিছে, ক'ত তাৰ খা-খবৰ লবি, তোৰ নিজৰ বকলাখন হে মেলিছ। যা যা চম্পা, ৰঙাইলৈ চাহপানী এটোপা তপতাগৈ যা।" চম্পাই আকৌ এটা হাঁহি মাৰি ভিতৰলৈ সোমাই গল। বৌৱে তামোলৰ বটাটো আনি ওচৰতে বহিলহি। বকুলে কাঠী তুলাই তুলাই মোৰ লগত কথা পাতিলে। চহৰৰ কথাবাৰ্ত্তা সুধিলে, বাইৰ কথা সুধিলে। মনতে ভাব হল, বাইকো লগতে লৈ অহাহলে তাই কিমান যে ৰং পালেহেঁতেন। আহিবৰ সময়ত তাইৰ খবৰ এটাও কৰা নহল বাবে বেয়া লাগিল।

বকুল আৰু বৌক পাই মোৰ মনটো কিবা এটা পোৱাৰ আনন্দত ভৰি উঠিল। ভালেমান পৰ ইটো সিটো কথা পাতি থাকোঁতে বকুলহঁতৰ ঘৰতে সাজ লাগিল। গাঁৱত সাজ লগাৰ সময়ত সুকীয়া এটা সোৱাদ আছে। গৰখীয়াই গৰু লৈ আহি পত্তলিয়ে পত্তলিয়ে একোটা চিঞৰ মাৰি কয়ঃ 'হেৰ' অমুকা, গৰু নেহি অই", "হেৰ তমুকা মুগীক বান্ধ" ইত্যাদি। গৰখীয়াৰ



চিঞৰ শুনি যেয়ে যেনেকৈ পাৰে গৰু গোহালীত সোমোৱাবলৈ সাজু হয়। কোনোজনী গৰুৱে নিজেই আহি গোহালীত সোমায়। ঘৰৰ জীয়ৰী বোৱাৰীহঁতে চোতাল ঘৰ সাৰি পানীছটি ছটিয়াই গাটো তিয়াই আহি থাপনাৰ আগত চাকি এগছ জ্বলায়। বকুলহঁতৰ বৌৱেও চোতাল ঘৰ সাৰি পানীছটি ছটিয়াই গাটো তিয়াই আহি গোঁসাই থাপনাত চাকিগছ জ্বলাবলৈ লৈ চিঞৰ মাৰি কলেঃ "ৰঙাই, তিনি সন্ধ্যা ওলাই নাযাবি ৰ। মই চাকিগছ জ্বলাই লওঁ"। বৌৰ কথাষাৰে বহুদিনীয়া পুৰণি ছবি এখন মনত জগাই তুলিলে।

সৰুতে দিনটো যিমানে লৰাচপৰা কৰি নাথাকোঁ, তিনি সন্ধ্যা আমি শান্ত হৈ বহি থাকোঁ। সন্ধিয়াৰ সময়খিনি হেনো গোঁসাই পাটত বহাৰ সময়। সেইখিনি সময়ত উৎপাত কৰি ফুৰিব নাপায়, ডাঙৰে কয়। নামঘৰত ডবাশঙ্খ বজোৱা শুনিলে আমি সেৱা কৰোঁ। ইমান বছৰৰ পিছতো সেই নিয়মৰ গাঁওখনত অকণো হেৰফেৰ নোহোৱা দেখি ভাল লাগিল। বৌৱে চাকি জ্বলাই গুণগুণাই নাম গালে, আমি নিতাল মাৰি শুনি থাকিলো। নামঘৰতো ডবাশঙ্খ বাজিল। আমি তাৰ পৰাই সেৱা কৰিলোঁ। মনটো পৱিত্ৰ লাগিল।

বকুল আৰু মই নামঘৰৰ পিনে ওলাই গলোঁ। ইমান দিনৰ মূৰত গাঁৱলৈ আহিছোঁ, সেৱা এটি কৰি যাওঁ বুলি নামঘৰত সোমালোঁ। গোঁসাই থাপনাৰ ওচৰত মূৰটো দোঁৱাই সেৱা কৰিলোঁ। মোৰ নিজৰ কাৰণে প্ৰাৰ্থনা কৰিবলৈ একো নাই। মই কেৱল বাইৰ, ককাৰ আৰু মৌজাদাৰ দেউতাৰ মঙ্গল কামনা কৰি প্ৰাৰ্থনা কাৰলোঁ। এইদৰে প্ৰাৰ্থনা কৰি মনৰ বহুত চিন্তাভাৱনা দূৰ হোৱা যেন লাগিল।

নামঘৰৰ পৰা অলপ দূৰত এখন সৰু চালিৰ তলত এজন দঢ়ীয়া মানুহে দোকান এখত পাতিছে। পদ্মাবৰ আয়ে কোৱা গুৱাহাটীয়াৰ দোকান এইখনেই হবলা। দোকানখনত বিশেষ বস্তু একো নাই

আইনাৰ বৈয়াম কেইটামান সজোৱা আছে। তাৰে এটা বৈয়ামত লুজন গুটি কেইটামান; চিলচিলীয়া কাগজেৰে মেৰিওৱা বিস্কুতৰ পেকেট কেইটামান আৰু এটা বৈয়ামত বগা তিলৰ লাড়ু কেইটামান থোৱা আছে। ওপৰত কেই আষিমান কল আঁৰি থোৱা আছে। ইয়াৰোপৰি বিৰি কেইচোপ মান, পান কেইবিৰামান, তামোল কেইপোনমান—ইমানেই দোকানৰ সম্পত্তি।

দোকানৰ সমুখত বাঁহৰ চচালিৰে সজা বেঞ্চ এখনত দুজন বুঢ়া মানুহ বহি আছিল। তাৰে এজন মহেশৰ দেউতাক, ইজনক চিনিবলৈ টান হল। বকুলে মোক লাহেকৈ কলে: "এইখনেই গুৱাহাটীয়াৰ দোকান বুজিছ?

বকুলে গুৱাহাটীয়াৰ পৰা বিৰি এচোপ কিনিব খুজিছিল। বুঢ়া দুজন বহি থকা দেখি অলপ অসুবিধা হল। তথাপি চল বুজি বাট চাই থাকিল। বকুলে মোক দোকানীৰ লগত চিনাকি কৰি দিলে।

—"বুজিছা ককাই, এইখন গাঁৱৰে লৰা এইটো। পিছে চহৰত থাকি থাকি আজিকালি সি চহৰীয়া হল। গাঁৱলৈ তাৰ মনত নপৰাই হল।" বকুলে কলে।

বকুলৰ কথাত বাধা দি কলো: "গাঁৱৰ লৰা, গাঁৱলৈ মনত নপৰিবনো কেলেই? পিছে এঘৰত চাকৰ খাটি আছোঁ। আহোঁ বুলি জানো আহিব পাৰোঁ?

মোৰ কথাত দোকানীয়ে 'হয়', 'হয়' বুলি শলাগিলে। মহেশৰ দেউতাকক লগৰ বুঢ়াজনে বোধকৰো মোৰ কথা সুধিছিল। মহেশৰ দেউতাকে মোৰ কথা কোৱা শুনিলোঁ।

—"ৰঙাই, তই খুড়াৰ ওচৰতে বহ। মই গুৱাহাটীয়া ককাইৰ ওচৰতে বহোঁ।" দোকানীৰ ওচৰতে বহি বকুলে ফুচফুচাই কিবা কথা পাতিলে। দোকানীয়ে তামোল একোখন আটাই কেইজনকে দিলে।'



বকুলে বিৰি এচোপ কিনিবলৈকে যে দোকানৰ ওচৰত বহিছিল, মই বুজিলো। বুঢ়া দুজনে নেদেখাকৈ দোকানীয়ে তাক টিপতে বিৰি এচোপ দিলে। বিৰিচোপ থাউকতে জেপত ভৰাই বকুল আহিবলৈ উঠিল।

—"পিছে ককাই, আজি পুথি নপঢ়া জানো?" বকুলে সুধিলে।

—"পঢ়িম। সময় নৌ হয় এথোন"—দোকানীয়ে মূৰ নদঙাকৈয়ে কলে।

আটাইকেউজনকে মাত লগাই বকুলৰ লগতে ওলাই আহিলোঁ। বকুলে বিৰি যাচিছিল, কাহানিও বিৰি খোৱা নাই কাৰণে লবলৈ নহল। আচৰিত হৈ বকুলে কলে: 'তই এতিয়াও ভাল লৰা হৈয়ে আছ পাই। মই একো নকলোঁ।

বকুল নিজৰ ঘৰলৈ গল, গাঁওবুঢ়াককাৰ ঘৰৰ পিনে মই খোজ পেলালো। ককাই জুই ফুৱাই বহি আছিল। সোনতৰা কিজানি ভাতৰ চৰুত সোমাইছিল, আখল ঘৰত কিবাকিবি কৰি থকাৰ উমান পালোঁ। হৰেন তেতিয়াও ঘৰ পোৱাহি নাই। ককাৰ ওচৰত বহি ক'ত ক'ত ফুৰিলো, এফালৰ পৰা কৈ গলোঁ, ককাই মাথোন শলাগি গল। সোনতৰাই আখল ঘৰৰ পৰাই মাত দিলে: "বহুত ফুৰিলা, ইমান দিনৰ মূৰত গাঁৱলৈ আহি তোমাৰ ছাগে বৰ ভাল লাগিছে নহয়?

—"ভাল নালাগিবনে? গাঁৱৰ লৰা, চহৰত দুটামান বছৰ থাকিল বুলি সিনো গাঁওখনৰ মোহ এৰে কেনেকৈ?"—ককাই কলে, মোৰো উপলব্ধি হল গাঁৱৰ মাটিত ভৰি দিবৰ পৰা মনটো মোৰ উতলা হৈ আছে। মনত মোৰ ভাব হৈছে, কেৱল আজি নিশাটোৰ কাৰণে নহয়, চিৰদিনৰ কাৰণেই এই ওপজা ঠাইতে থাকি যাওঁ।

জ্বলি থকা জুইকুৰালৈ চাই ভাবত তন্ময় হৈ আছিলো। ককাই সেই তন্ময়তা ভাঙি কলে: "গুৱাহাটীয়াৰ দোকানখন হবৰ পৰা

গাঁওখনলৈ প্ৰাণ অহাৰ দৰে হৈছে। সন্ধিয়া নিতৌ গুৱাহাটীয়াই পুথি পঢ়ে। তাতে গঞাবাইজ গোট খায়গৈ। শৰীৰটো ভালে থাকোঁতে তাতে ময়ো এখন্তেক বহিছিলোগৈ। পিছে নৰীয়া পৰিবৰ পৰা তাৰো পৰালি পৰিল। লিখাপঢ়া নজনা গঞাবাইজে দুই এটা ধৰ্ম্মৰ কথা শুনি ভাল পায়। পোনতে গঞাবাইজে নামঘৰতে বহি ধৰ্ম্মপুথি পঢ়িবলৈ গুৱাহাটীয়াক ধৰিছিল। পিছে গুৱাহাটীয়াকো পেট প্ৰৱৰ্ত্তাবলৈ বাট এটা লাগে কাৰণে দোকানখন পাতি ললে। গুৱাহাটীয়া বেচি বয়সীয়া মানুহ নহয়। দাঢ়িয়ে গোফে কথাইবতৰাই মানুহটোক বয়সীয়াল যেন লাগে।

গুৱাহাটীয়া দোকানীৰ বিষয়ে জানিবলৈ মোৰ কৌতুহল হৈছিল। ককাক সুধিলো: "গুৱাহাটীয়া দোকানী এই গাঁৱলৈনো কেতিয়া আহিল?"

—"এহ্, সেয়াও বহুত কথা বুজিছ?" ককাই গলখেকাৰি মাৰি কবলৈ ধৰিলে: "পথাৰখনৰ সিপাৰৰ কহুঁৱা গাঁওখনলৈ কাহানিবা গৈছনে? নাইযোৱা। যাবলৈনো ইয়াত আছ ক'ত? আমিও খুব কমেই গৈছোঁ। পথাৰখন মাজতে লৈ দুয়োফালে দুখন গাঁও যদিও ইখন গাঁও সিখন গাঁওৰ পৰা বহুত কথাত অমিল।" সেইখিনিতে ককা অলপ ৰ'ল।

আকৌ ককাই কবলৈ ধৰিলে: "আমাৰ গাঁওখনৰ দৰেই সিখন গাঁৱৰ মানুহ সৰহভাগ পেটে ভাতে খাই থকা বিধৰ। তথাপি তাৰে তিনিঘৰ মান মানুহৰ অৱস্থা ভাল। খাটনীয়াৰৰ ঘৰৰ অৱস্থা সবাতোকৈ ভাল। খাটনীয়াৰৰ তিনিওটা লৰায়েই পঢ়ি শুনি ভাল চাকৰীত সোমাইছে। খেতিবাতিও আছে। টিঙৰ আহল-বহল ঘৰদুৱাৰ সাজিছে। খাটনীয়াৰৰ বৰটো পুতেকে চহৰৰ কলেজত লৰা পঢ়ায়। মাজুটো মাটিৰ হাকিম নে কি হৈছে? সৰুটোৱেও চাকাৰী চাকৰী কৰে। গুণী লৰাৰ কাৰণে চহৰৰ ভাল ঘৰৰ ছোৱালী খাটনীয়াৰে চাইচিতি আনিছে। সৰুটোৰে



গুৱাহাটীৰ পৰা বিয়া কৰাই আনিছে। সেই ন-ছোৱালীৰ লগতে গুৱাহাটীয়াও কহুঁৱা গাঁৱলৈ আহিল। ডাঙৰ পৰিয়াল। গুৱাহাটীয়া তাতে লাগি থকা হলে, এতিয়া দোকান দি পেট প্ৰৱৰ্ত্তাব নালাগিল হেঁতেন। সৰু পুতেকেই তাক চৰকাৰী পিয়ন কামত ভৰাই লব পাৰিলেহেঁতেন। লেখাপঢ়াও অলপ জানিছিল। পিছে তাক তপত ভাতৰ ধোঁৱাই ধৰিলে। এদিন হেনো খাটনীয়াৰৰ মাজুজনী বোৱাৰীয়েকৰ সোনৰ আঙঠি এটা হেৰাল। ঘৰত হুৱাদুৱা লাগিল। চাৰিওপিনে আঙঠি বিচাৰি চলাথ কৰিলে। আঙঠি পোৱা নগল। ঘৰৰ বনকৰা লৰা কেইটাৰ বস্তবাহানি আনকি গাও খানাতালাচ কৰিলে কিন্তু গুৱাহাটীয়াৰ কপাল বেয়া। তাৰ হাফপেণ্টৰ জেপতে আঙঠিটো ওলাল। গুৱাহাটীয়া কামে কাজে পাকৈত লৰা আছিল কাৰণে গিৰিহঁতে তাক এৰিব খোজা নাছিল। কেনেবাকৈ ঘৰ এৰে বুলি আঙঠিটো তাৰ হাতত পোৱাৰ পিছতো তাক কোনেও একো কোৱা নাছিল। কিন্তু গুৱাহাটীয়াই ভয় খালে জেলৰ বগা ভাত খাব লাগে বুলি। গতিকে হেগ চাই গুৱাহাটীয়াই খাটনিয়াৰৰ ঘৰ এৰি, কহুঁৱা গাঁও এৰি পলাল। পথাৰৰ মাজে মাজে আহি এইখন গাঁও পালেহি।"

ককাইনো ইমানবোৰ কথা ক'ৰ পৰা জানিলে, সুধিলো। ককাই কলে: "গুৱাহাটীয়া তেতিয়া হাফপেণ্ট বনিয়ন পিন্ধা তহঁতৰ দৰে চেঙেলীয়া লৰা। নামঘৰৰ পিৰালিতে কেবাৰাতিও পৰি থকা দেখি গঞাঁবাইজৰ চকু পৰিল। তাক মাতি আনি মোৰ ওচৰ পোৱালেহি। তাক মই সুধিলো: "তইনো কৰ পৰা আহিলি? ক'ৰ লৰা, কি কথা? তোৰ ওপৰত আমাৰ সন্দেহ হৈছে। মোৰ কথা শুনি সি আদ্যোপান্ত সকলো বিবৰি কলে। কিন্তু তাৰ কথাতে আমি পতিয়ন যামনে? এদিন মহেশ্বৰ দেউতাক, মই আৰু দুজনমানক লগত লৈ কহুঁৱা গাঁৱৰ খাটনিয়াৰৰ ঘৰ পালোগৈ। খাটনীয়াৰৰ ঘৰত যি শুনিলোঁ, গুৱাহাটীয়াই কোৱা কথাৰ লগত

অকনো হেৰফেৰ নাই। পিছত তাক বুজাইমেলি খাটনীয়াৰৰ ঘৰলৈ ওভতাই পঠাবলৈ যত্ন কৰিছিলো। পিছে সি আৰু লোকৰ ঘৰত চাকৰ খাটিবলৈ মন নকৰিলে। কিছুমান দিন তাৰ গতিগোত্ৰ চালো। লৰাটো বেয়া নহয়। ধৰ্ম্ম-কৰ্ম্মতো তাৰ ৰাপ আছে। আঙঠি চুৰ কৰি যে বেয়া কাম এটা কৰিছিল সি পিছত বুজিছিল। তাৰবাবে অনুতাপো কৰিছিল। সেই কাৰণেই হবলা আত্মশুদ্ধিৰ কাৰণে ধৰ্ম্মৰ পুথি দুই চাৰিখন গোটাই পঢ়িবলৈ ধৰিলে। গঞাঁৰাইজে তাক মৰম কৰিলে। দুই-এপদ বস্তু দি তাক দোকানখন পাতিবলৈ সহায় কৰিলে। দিনটো গুৱাহাটীয়াই দোকানত বহে—সন্ধিয়া হলে দোকান সামৰি পুথি পঢ়ে। লাহে লাহে গুৱাহাটীয়া কি বৰ, কি সৰু সকলোৰে আপোন হল। দাড়ি চুলি ৰাখি মানুহটো সাইলাখ ভকত হল। একেলেথাৰীয়ে দোকানীৰ কথা কৈ ককাৰ ভাগৰ লাগিছিল হবলা। ককা কিছুপৰ তভক মাৰি থাকিল।

জুইকুৰা নুমাওঁ নুমাওঁ হৈছিল। কেইডাল মান চলিখৰি জুইত পেলাই দিলোঁ। কন্‌কনীয়া হৈ শুকাই থকা চলিখৰি কেইডাল অলপ ধোৱাঁই ভমক্‌কৈ জ্বলি উঠিল, তাৰ পোহৰত দেখিলো, ককা বহুত খীনালে। কপালৰ সীৰ বোৰ জিলিকি পৰিছে। গাৰ ছালবোৰ সোতোৰাসোতোৰ হৈছে। দেখি ভাব হল—ককা আৰু বেছিদিন জীয়াই নাথাকে। হয়তো এয়ে মোৰ ককাৰ লগত শেষ দেখা কোনে জানে। ককাযে কোনোবাদিনা নোহোৱা হব, কথাষাৰ ভাবি মনটো বেয়া হৈ পৰিল।

ভাতপানী খাবৰ পৰতে হৰেন পালেহি। সোনতৰাই হৰেন, ককা আৰু মোক,—তিনিওকে একেলগে ভাত বাঢ়ি দিলে। ‘মাছমঙহ নাই, শুদা ভাত বুলি সোনতৰাই বেজাৰ কৰিলে। মই নো কি কম? এইদৰে একেলগে বহি ভাতকেইটা খাবলৈ পাই কিমান যে তৃপ্তি পাইছোঁ, তাইক নো কেনেকৈ বুজাম? এনেকুৱা



এটা ঘৰুৱা পৰিৱেশৰ মই যে কিমান আকলুৱা, সোনতৰাই জানো বুজিব?

ভাত খাওঁতে ককা মনে মনে আছিল। হৰেনেই কথা কৈছিল বেছিকৈ। মই মাজে মাজে এষাৰ দুষাৰ মাত মাতিছিলোঁ। খাই বৈ উঠি ককা জুইৰ ওচৰত বেচি সময় নবহিল। ককা যোৱাৰ লগে লগে সোনতৰা আখলঘৰৰ পৰা আজৰি হৈ আমাৰ ওচৰতে বহিলহি। বহিয়েই কলেঃ “ৰঙাই, আজি তুমি আছা বুলিহে পিতাই ইমান বেলি থাকিল; নহলে গধুলিতে ভাত কেইটা খাই পাটীত পৰেগৈ। আজি পিতায়ে দুটামান ভাত সৰহকৈ খাইছেও।”

—“ককাৰ নো অসুখটো কি?” মই সুধিলোঁ।

—“পিত্তৰ অসুখ, মুখৰ অৰুচি”। ভাতৰ পাটত বহিয়েই সদায় কয়ঃ ‘মোক ভাতেও এৰিলে বুজিছ? মই আৰু বেচি দিন নাবাচোঁ।” সোনতৰাৰ মুখত ককাৰ কথাষাৰ শুনি বেজাৰ লাগিল। হৰেন আৰু সোনতৰায়ো বোধকৰো বেজাৰ পাইছিল। আমাৰ মাজত ভালেমান পৰলৈকে কথাবতৰা হোৱা নাছিল। এইদৰে নিতাল মাৰি থকাৰ পিছত সোনতৰাই হৰেনক সুধিলেঃ “আজিনো কেনি গৈছিলা হয়?”

—“তোকনো ওৰহী গছৰ ওৰটো কেলেই?”

—“সুধিছো দিয়াচোঁন। আমি জানো জানিব নাপায়?” সোনতৰাই সেমেকা মাতেৰে কলে।

—“বুজিছ ৰঙাই, পাম এখন পতাৰ দিহা কৰিছোঁ।” হৰেনে কলে।

—“ক’ত?” মই সুধিলোঁ।

—বেতবাৰী গাঁৱৰ সিপাৰে। ইয়াৰ পৰা ছমাইলমান নিলগত। হাবিয়নী ঠাই—হাবি ভাঙিব লাগিব। পিতাই থকা দিন কেইটা আছোঁ ইয়াত। তাৰপিছত তালৈ উঠি যাম। পিতাইক কথাষাৰ

কোৱা নাই। শুনিলে বেজাৰ পাব। ইহঁত কেইটাৰ লগত থাকিব নোৱাৰিবি। আমাৰ কথা নালাগেই, পিতাইক সিহঁত ছুটাই ঘৈণীয়েক কিজনীৰ কথা শুনি যেনেকুৱা ব্যৱহাৰ কৰিলে, বুজিছনে ?"

হৰেনে ককায়েকহঁতৰ কথা যে কৈছে, বুজিব পাৰিলোঁ। নিৰৱে তাৰ কথা শুনি গলোঁ।

"মোৰ বিয়াৰ পিছতে সিহঁতৰ মাত কথা গধুৰ হল। আচল কথাটো হল, পিতায়ে পুৰণা সোনৰ গহনা এপদ এইক দিলে। আইৰ আছিল নো কিটো ? বাখৰ পতোৱা থুৰীয়া এযোৰ আছিল, তাকে সেৱা কৰোঁতে পিতায়ে এইক দিলে। তাতে সিহঁত কেজনীৰ হিংসা। পিতাইক আদৰ যত্ন নকৰা হল, মাত কথা ওথোৰগোথোৰ হল। মুখবোৰ গোমোথা হল। শেষলৈ নুখুজিলে পিতায়ে ভাত এমুঠিও নোপোৱা হল। মই আৰু কিমান চাই থাকিম ? আমি নাখাই থাকিব পাৰোঁ, পিতাইক এইদৰে অৱহেলা কৰা সহিব নোৱাৰোঁ। বেলেগ হোৱা কথাষাৰ ময়ে উলিয়ালো। পিতায়ে হলে বেলেগ হবলৈ পাই বৰ বেজাৰ পাইছিল। পিতাইৰ নৰীয়াৰ ঘাই কাৰণো সেইটোৱেই।"

—"তেওঁলোকৰ চৰু একেটায়ে নে বেলেগে খায় ?" মই সুধিলোঁ।

—"জানো, মই খবৰ ৰখা নাই, দৰ্কাৰো নাই"—হৰেনে কলে,

—"বেলেগে খায়"—সোনতৰাই লাহেকৈ মাত দিলে।

—"পিতাই ঢুকোৱাৰ পিছত এই মাটিবাৰী বেচি পামলৈ উঠি যাম বুলি ভাবি থৈছোঁ। বেতবাৰী গাঁৱৰ ছুঘৰ মানুহো তালৈ উঠি যাব। কথাষাৰ কাকো কোৱা নাই। কাৰণ ইকান সিকাণ কৈ কথাষাৰ পিতাইৰ কাণত পৰিবহি পাৰে।" হৰেনে কথাকিনি কৈ অলপ সময় বৈ সোনতৰাক কলে: "তই আকৌ কথাষাৰ কাকো কব নালাগে দেই।" মই সোনতৰালৈ চালো। তাই হাঁহি এটা মাৰি আমাৰ ছুৱোলৈকে চালে। মন কৰিলো, সোনতৰা আগতকৈ



বহুত ভাল হল। তাইৰ নাকটো বহুত ওলাল। এতিয়া তাইক 'ফেঁচী নাকী' বুলি কব নোৱাৰিবি। গাৰ ৰংটোও উজ্জল হল।

কথাবতৰা পাতি থাকোতে নিশা ভালেমান হল। সোনতৰাই শুবলৈ ঠিক কৰি দিলে। পাটীত পৰিলো যদিও ভালেমান নিশালৈকে টোপনী নাহিল। গাঁওখন নিজান হৈ পৰিছিল। কেৱল ছুই এটা নিশাচৰ চৰাইৰ মাতহে কাণত পৰিছিল।

দোকমোকালিতে সাৰ পালো যদিও শোৱাপাটী এৰি আহিবলৈ মন নগল। শোৱাপাটীৰ পৰাই সোনতৰাই চোতাল সৰা শব্দ শুনিলোঁ। চোতালঘৰ সাৰি সোনতৰাই গা ধুব। গা ধুই আহিহে আখলঘৰত সোমাব। তেতিয়াহে চাহপানী তপতাব। সিমানখিনি সময়লৈকে মই পাটীতে পৰি থাকিলো। সেইদৰে পাটীত পৰি থাকি ভালো লাগিল।

সোনতৰাই আখলঘৰ সোমোৱাৰ উমান লৈ মই শোৱাপাটী এৰিলোঁ। বাহিৰলৈ ওলাই আহি দেখিলোঁ, হৰেনে এৰাঠাৰিৰে দাঁত ঘঁহিছে, ককা উঠা নাই।

চাহপানী খাই শোৱা পাটীতে মাত লগাই আহিবলৈ ওলালোঁ। সোনতৰাহঁতে পছুলি মুখলৈকে আগবঢ়াই দিলেহি। সিহঁতক এৰি আহিবলৈ পাই মনটো গধুৰ লাগিল।

* * * *

চহৰ পাওঁতে ভালেমান বেলি হল। উকিলনী আইদেউক কথা দি আহিছিলো, ৰাতিপুৱাই পাম বুলি। আঁঠ মাইল বাট বৰ দীঘলীয়া যেন লাগিছিল। গাঁওখন এৰি অহাৰ বেজাৰে খোজৰ গতিও লেহেম কৰি তুলিছিল। চহৰৰ আলিত ভৰি দি পোনতে মৌজাদাৰ দেউতাৰ কথা মনত পৰিল। এনেয়েও বেলি হৈছেই যাওঁতে মৌজাদাৰ দেউতাৰ খবৰ এটা কৰি যাওঁ বুলি সেই পিনে খৰখেদা কৈ আগবাঢ়িলোঁ।

মৌজাদাৰৰ পছুলিত ছুখন মটৰ গাড়ী দেখি মনটো কেনেবা

লাগিল। পানীপোচাৰ বাটটোৰেদি পিছ চোতাল পালোগৈ। বাৰান্দাত ভালেমান মানুহ বৈ আছিল যদিও কাৰো মুখত মাতবোল নাই। লাহে লাহে আগবাঢ়ি মৌজাদাৰ দেউতা থকা কোঠালীটো পালোগৈ। মৌজাদাৰ দেউতা শুই আছে। মুখত অকনো কষ্টৰ চিন নাই এখন প্ৰশান্ত মুখ। মূৰৰ শিতানত চাকী এগছ আৰু ধূপধুনা জ্বলি আছে। বুঢ়া পুৰোহিত বাপুৱে কীৰ্ত্তন পাঠ কৰিছে। ধূপধুনাৰ গোন্ধে কোঠালীটো আমোলমোলাই আছিল। পুৰোহিত বাপুৰ মুখত থলথলাই ফুটি উঠা কীৰ্ত্তনৰ পদে গোটেই ঘৰখন ঋষিমুনিৰ আশ্ৰমৰ লেখীয়া কৰি তুলিছিল। তাৰ মাজত মৌজাদাৰ দেউতা যেন ধ্যানত বহি আছে। তথাপি সেইটো অৱস্থা দেখি ভাল নালাগিল। মৌজাদাৰনী আই কাষতে বহি চকুৰ পিৰিকতি নমৰাকৈ দেউতালৈ চাই আছে। পুতেক-বোৱাৰীয়েকো কোঠালীটোত নিথৰ হৈ বৈ আছে। মৌজাদাৰ দেউতাৰ যে অন্তিম সময় ওচৰ চাপি আহিছে, মই বুজিলোঁ। বাহিৰলৈ ওলাই আহিলো। বাইক কতো নেদেখিলোঁ। বোধকৰো জিণ্টী আৰু ময়নীক লৈ তাই কেনিবা আঁতৰি আছে। তাইক লগ পাবলৈ বাট নাচাই বাটলৈ ওলাই আহিলোঁ।

উকিলৰ ঘৰ পাওঁতে খোৱাবোৱা সকলোৰে হৈছিলেই। ৰান্ধনীবাপুৱেহে খোৱা নাছিল। বেলি হোৱাৰ কাৰণে আইদেউতকৈ বাপুৱেহে বেচিকৈ কলে। ৰাতিপুৱাৰে পৰা গায়ে গৰুৱে, ভাতে পানীয়ে সকলোবোৰ কাম কৰি বাপুৰ খং উঠিবৰে কথা। আইদেৱে গাওঁবুঢ়া-ককাৰ খবৰ সুধিলে। ককাৰ খবৰ কওঁতে মৌজাদাৰ দেউতাৰ খবৰো কলোঁ।

খাই বৈ উঠি ইটো সিটো কৰি ফুৰিছো যদিও কামত সমূলি মন বহুৱাব পৰা নাই। গাওঁখনৰ কথা,ককাৰ কথা সোনতৰাৰ কথা— এইবোৰহে বাৰে বাৰে মনলৈ আহি আছে। মৌজাদাৰ দেউতাৰো সেই অৱস্থা দেখি আহিলোঁ। বাইকো লগ নাপালোঁ।



সাজ লগাৰ পিছত লৰা এটাই আহি খবৰ দি গল মৌজাদাৰ দেউতা ঢুকাল। খবৰটো দিয়েই লৰাটো চাইকেলত উঠি লৰালৰিকৈ গুছি গল। খবৰটো পাই আইদেৱে কলে: "আজি তিথিও ভাল, বাৰটোও ভাল। মৌজাদাৰ পূণ্যাত্মা আছিল।"

আইদেৱে বাৰান্দাত বহি মৌজাদাৰ দেউতাৰ কথাকে কৈ আছিল, এনেতে ডাঙৰ দাদা ক'ৰবাৰ পৰা আহি ঘৰ সোমায়েই আইদেউক দেখি কলে: খবৰটো পাইছ নহয় মা। মই যাওঁ?"

—"কিবাকিবি অলপ খাই বৈ যা। শ্মশানলৈ গলে কিমান ৰাতি হয়, ঠিক নাই।"

—"দে তেনেহলে। বেগেতে যাওঁ।"

ডাঙৰ দাদাক কিবা খাবলৈ দিবলৈ আইদেউ ৰান্ধনীঘৰত সোমাল। মোৰো এবাৰ মৌজাদাৰ দেউতাক চাই আহিবলৈ মন গৈছিল, পিছে কৰলৈ সাহ নহল। দুপৰীয়া চাই আহোঁতেই জানিছিলো, সেয়ে শেষ দেখা বুলি।

ডাঙৰ দাদাই জলপান খাই থাকোঁতে মাকক কলে: "কাইলৈ তইঁত যাবি, মৌজাদাৰনীক মাত এবাৰ দিবিগৈ। দেউতা আজি যাব নালাগে কষ্ট পাব, নহয় জানো?

আইদেৱে মাত্র শলাগিলে। ডাঙৰদাদাই একেলগে ইমানখিনি কথা কোৱা আজিহে শুনিলোঁ। কিতাপত মূৰ গুজি থাকিলেও ডাঙৰ দাদাৰ কৰ্ত্তব্যজ্ঞান আছে।

ডাঙৰ দাদা ওলাই যোৱাৰ পিছত উকিল দেউতাও বাৰান্দাত বহিলহি। আউদেউ আৰু দেউতাৰ মাজত মৌজাদাৰ দেউতাৰ কথাকে আকৌ ওলাল। মৌজাদাৰ দেউতাৰ মৃত্যুৱে আমাৰ ঘৰতো শোকৰ ছাঁ পেলালে। মুকুলৰ কিজানি ভয় লাগিছিল, মাকৰ চাদৰৰ আচলত ধৰি ছাঁৰ দৰে গাতে লাগি সি বহি থাকিল। ৰাণুৱাইদেৱেও পঢ়াৰ পৰা উঠি আহি বাৰান্দাত থিয় হৈ কথাবাৰ্ত্তা শুনি থাকিল।

এনেতে বান্ধনীবাপুৱে বন্ধাবঢ়াৰ দিহা লবলৈ আহিল। আইদেৱে কলে: "কিবা এটা চমুকৈ ৰান্ধি থোৱা বাপু। আজি খাববৰৰ মন নাযাবই হবলা। বৰময়নাবো ভালেমান ৰাতি হব।" আইদেউৰ কথা শুনি মোৰো ভাব হল, আজি আৰু একো নাখাওঁ। বাপুক কথাযাৰ কব লাগিব।

প্ৰায় এঘণ্টামানৰ পিছত নামকীৰ্ত্তন কৰি যোৱা আমাৰ কাণত পৰিল, শঙ্খ বজোৱাও শুনিবলৈ পালোঁ। সকলোৱে নিৰৱে কাণ পাতি শুনিলোঁ। নামকীৰ্ত্তন শুনি মনটো গধুৰ লাগিল সেই পূণ্যাত্মাৰ পৱিত্ৰ যাত্ৰাত নিৰৱে চকুপানী টুকিলো।

ককালৈ মনত পৰিল। ককাই খবৰটো নোপোৱাকৈ থকা নাই। খবৰটো পাই ছাগে ককাৰ অৱস্থা কি হৈছে। সেইদিনা মোৰ পৰা নবীয়াৰ খবৰ টো পায়েই ককা বিতত হৈ পৰিছিল। আজি ছাগে আৰু অধৈৰ্য্য হৈছে। হৰেন জানো ঘৰত আছে নে নাই?

পিছদিনা দুপৰীয়া খৰাহী এটাত মাহপ্ৰসাদ ফলমূল সজাই নতুন গামোছা এখনেৰে ঢাকন দি আইদেৱে মোৰ হাতত দি কলে: "বলচোঁন, মৌজাদাৰৰ ঘৰৰ খবৰ কৰি আহোঁ।" মৰা ঘৰৰ খবৰ কৰিবলৈ যাওঁতে বৰতীয়াই খাবলৈ এইদৰে ফলমূল মাহপ্ৰসাদ আদি লৈ যোৱা নিয়ম গাঁৱত যেনেকৈ আছে, চহৰতো আছে। আগদিনা খবৰটো পোৱাৰে পৰা মৌজাদাৰৰ ঘৰলৈ যাবলৈ মনটো উচপিচাই আছিল। এইটো সুবিধা পাই সকাহ পালোঁ। তথাপি কেনেকুৱা অৱস্থাত ঘৰখন দেখিমগৈ বুলি ভাবি কিবাখন লাগিল।

মৌজাদাৰনী আইৰ অৱস্থা একেবাৰে বেয়া। ধানখেৰৰ ওপৰত কাপোৰ পাৰি কৰি দিয়া শোৱাপাটীত মানুহ গৰাকী পৰি আছে। মাজে মাজে হুমুনিয়াহ কাঢ়িছে, মাতবোল নাই। কন্দাকটা কৰিছে যদিও কোনেও নেদেখাকৈহে কৰিছে। বৰ পুতেকেও শুদাভৰি শুদা গাৰে গাত মাত্ৰ বগাচাদৰ এখন লৈ ধাৰখেৰৰ ওপৰতে বহি



আছে। জলকা লাগি থকা তেওঁৰ মুখ খন দেখি বেয়া লাগিল। বোৱাবীয়েক, সৰুটো পুতেক, সকলোৰে মন মৰা। কাৰো মুখত মাতবোল নাই। জীয়েক-জোৱায়েকহঁতো আহি পাইছে। নিজৰ খিনিৰ বাহিৰেও খা-খবৰ কৰিবলৈ অহা মানুহেৰেও ঘৰ ভৰি আছে। ঘৰ ভৰি আছে যদিও তেনেই নিজান হৈ আছে। মৰা মানুহৰ ঘৰ যি ঘৰেই। এনে এজন থুলন্তৰ পুৰুষৰ অবিহনে ঘৰৰ জেউতি নোহোৱা হল। বাইক লগ পালোঁ। তাইৰো মুখ শুকান, চুলি আউলিবাউলি। ময়নীৰ হেনো আমনি বেচি হৈছে। খোৱাবোৱাৰ ঠিক-ঠিকনা নোহোৱাৰ কাৰণেই হবলা ময়নীৰ আমনি বেচি হৈছে।

আধাঘণ্টামান থাকি আইদেউ আহিবলৈ ওলাল। আইদেউৰ মনটোও বেজাৰে ছালি ধৰিছে মুখখন দেখিলেই বুজিব পাৰি। আহি থাকোঁতে আইদেৱে কলে: "বুজিছ বণ্ডাই, মানুহ জীৱনটো কচুপাতৰ পানীৰ লেখীয়া, এই আছে, এই নাই। এনেয়েনো গুৰুজনাই কৈছেনে বোলে:

"অথিৰ ধনজন, অথিৰ জীৱন, অথিৰ এহু সংসাৰ।
পুত্ৰ পৰিবাৰ, সবহি অসাৰ, কৰবো কা হেৰি সাৰ॥

পদফাকি আওৰাই আইদেৱে হুমুনিয়াহ কাঢ়িলে।

মৌজাদাৰৰ দহাকাজ মহাপয়োভৰেৰে হৈ গল। তিনিখন গাঁৱৰ গায়নবায়ন আহিছিল। গোট মৌজাৰ মানুহেৰে মৌজাদাৰৰ ঘৰত বিৰ দি বাট পাবলৈ নোহোৱা হল। কোন ক'ত আহিছে, খাইছে, গৈছে, কোনো উৱাদিহ নোহোৱা হল। সকলোৱে পেট ভৰাই খাই আভাৰি গল। সকলো মানুহৰ মুখত মাথোন একেষাৰ কথা: মৃতক যেনেকুৱা আলহীৰহীয়া আছিল, মানুহক খুৱাইবুৱাই সন্তোষ পাইছিল, কাজকৰ্ম্মও সেইদৰেই হৈ গল। সকলো মৃতকৰে ইচ্ছা।" চহৰৰ মানুহেও ভালেমান দিনলৈকে শৰাধৰ কথা কৈ মৌজাদাৰৰ গুণ বখানিবলৈ ধৰিলে।

শৰাধৰ পিছত সকলো ঘৰাঘৰি যোৱাৰ পিছতহে ঘৰখন আচলকৈ ৰিঙা হৈ পৰিল। আইদেউৰ লগত যোৱাৰ পিছত দুই এদিন আকৌ গৈছোঁ। পদুলি মুখৰ পৰাই ৰিঙা ৰিঙা ভাবটো আছে। কিবা এটা নিস্তব্ধতাই টোল যেন ঘৰটো ছানি থৈছে। তথাপি মৌজাদাৰ দেউতা নোহোৱা হোৱা কথাষাৰ বিশ্বাস কৰিবলৈকে টান।

দিনবোৰ পুৰণি হোৱাৰ লগে লগে মৌজাদাৰ ঢুকোৱা কথাষাৰো পুৰণি হল। মানুহবোৰ নিজৰ নিজৰ কথাত, কামত ব্যস্ত হৈ পৰিল। এয়ে সংসাৰৰ নীতি। পাহৰা গুণটো মানুহৰ নথকাহলে মানুহ বলীয়া হলহেঁতেন। সেইকাৰণে কিজানি ঈশ্বৰে মানুহক পাহৰা গুণটো দিলে।

মৌজাদাৰ দেউতাৰ অভাৱ মানুহে পাহৰিলে। পুতেক-বোৱাৰীয়েক হঁতেও পাহৰিলে। মৌজাদাৰনী আইয়েহে কথাষাৰ পাহৰিব নোৱাৰিলে। তেখেতৰ অন্তৰত শোকৰ তুঁহজুইকুৰা উমি উঁমি জ্বলি থাকিল। সেই গোঁসানী যেন মানুহগৰাকী লোন পমাদি পমি গল। খোৱা বোৱা সকলো এৰিলে। ঈশ্বৰ সেৱাতে তেখেতে দেহমন সপি দিলে। পাৰ্থিৱ বন্ধনৰ পৰা মোজাদাৰনী আই এতিয়া বহুত ওপৰত।

গাঁৱৰ পৰা উভতি অহাৰ পিছৰে এটা কথা মনত দকৈ শিপাইছে। কথাটো হৈছে, গাঁৱলৈ উভতি গৈ খেতিবাতিত লাগিবগৈ লাগে। বকুলৰ বৌৱেও কথাষাৰ কৈছিল। খেতিৰ মাটি এহালিচাও আছে। পুৰণি ভেটিটোতে চালি এডোখৰ তৰি লৈ মূৰটো সোমোৱাই লব পাৰিলে পোনতে কাৰোবাৰ হালোৱাকে সোমাব লাগিব। তেহে যদি খেতিবাতিৰ কিবা আওভাও পাম। লাহেধীৰে সকলো বুজি শিকি নিজৰ মাটীডোখৰত খেতি আৰম্ভ কৰিম। বাইকো চহৰৰ পৰা নিব লাগিব। ভাইক এঠাইত গতাব পাৰিলে মোৰ চিন্তা নাই। ককাই হওঁতে তাইৰ কিবা এটা ব্যৱস্থা



কৰিব বুলি কৈছে।......এনেবোৰ চিন্তা কৰি কৰি কেতিয়াবা নিশা উজাগৰে কটাওঁ। পিছে সকলোবোৰ আকাশত চাং পতা কথা। দিনৰ পোহৰত সকলো নোহোৱা হয়। আচলতে উকিলৰ ঘৰখন এৰি যোৱাটোৱেই মোৰ কাৰণে ডাঙৰ কথা। উকিলনী আইদেউক 'যাওঁ' বুলি কবলৈ মোৰ সত নাযায়। ইমান মৰম চেনেহক নেওচিলে মোক পাপে চুব।

উকিল, উকিলনী, ডাঙৰ দাদা, মাজুদাদা, ৰান্ধনীবাপু সকলোৱে মোক মৰম কৰে। ৰাণুবাইদেউৰো মৰম মোৰ প্ৰতি খুব বেচি। অৱশ্যে তেওঁৰ মৰমত স্বাৰ্থ আছে। আজিকালি মুকুলো মোৰ প্ৰতি সদয়। মুকুল আগতকৈ ডাঙৰ আৰু বুজন হৈছে।

ৰাণুবাইদেৱে মেট্ৰিক পৰীক্ষা দি উঠাৰ পিছত আইদেৱে তেওঁক এখন তাঁত লগাই দিছে। দুপৰীয়া ৰাণুবাইদেৱে তাঁত বব লাগিব, আইদেউৰ আদেশ। জীয়ৰী ছোৱালী, এঘৰলৈ এদিন উলিয়াই দিবই লাগিব। বোৱাকটা অলপ নাজানিলে কেনেকৈ হব? এইষাৰ আইদেউৰ কথা। পিছে ৰাণুবাইদেউ ইমান বান্ধোনত থকা ছোৱালী নহয়। এদিন তেওঁ মোক এটা কথা কলে। দুপৰীয়া তেওঁ এজনী ছোৱালীৰ ঘৰলৈ যাব, মই লৈ যাব লাগে। আইদেউক হেনো কথাষাৰ সুধি থৈছে। মোৰ নো আপত্তি কিটো? খাইবৈ উঠি সাজি কাজি ৰাণুবাইদেউ ওলাল। মই তেওঁৰ পিছে পিছে গলো। তেওঁ দেখোন বজাৰলৈ যোৱা বাটটোৱেদি গৈ আছে। গৈ গৈ বজাৰৰ ওচৰৰ দুমহলীয়া ঘৰটোৰ তলৰ সৰু কোঠালীটোৰ দুৱাৰ মুখত বৈ ৰাণুবাইদেৱে দুৱাৰত টুকুৰিয়ালে। লগে লগে দুৱাৰখন খোল খালে। মেল খোৱা দুৱাৰ খনৰ ফাকেৰে ৰঞ্জনৰ মুখখন দেখিলোঁ। ৰাণুবাইদেউক হঠাতে দেখি সি আচৰিত হব বুলি ভাবিছিলো। পিছে ৰঞ্জনে হাঁহি এটা মাৰি তেওঁক ভিতৰলৈ এনে এটা ভাবত মাতি নিলে যেন আগৰে কিবা কথা দিয়াহে আছিল। ৰাণুবাইদেৱে মোক কলে: "তই

বজাৰতে অলপ ফুৰচোঁন। আধা ঘণ্টা মানৰ পিছত আহিবি মোক নিবলৈ।

ৰাণুবাইদেউৰ কথামতে বজাৰত অলপ ফুৰাচকা কৰিলোঁ। হৰিশৰ দোকানতে অলপ সময় বহিলোঁ। এইদৰেই সময়খিনি পাৰ কৰিলোঁ। আধা ঘণ্টাতকৈ বেছিহে সময় হল যেন অনুমান হল। ৰাণুবাইদেৱে কিবা কব বুলি ভয়ো লাগিল। যিহে ছোৱালী—আইদেৱে খং কৰিলে মোৰ বদনামকে দি দিব। সেইপিনেও ভয়।

বঞ্জনৰ ঘৰৰ দুৱাৰমুখত থিয় হৈ দুৱাৰত টুকুৰিয়ালোঁ। ভিতৰত ৰাণুবাইদেউৰ হাঁহি আৰু মাত শুনিলোঁ। তেওঁ ওলাই আহিব বুলি ভাবিছিলো। পিছে ওলাই নাছিল। এবাৰ 'ৰাণুবাইদেউ' বুলি মাতিলোঁও। এইবাৰো কোনো সাৰসিকতি নাই। ভালেমাৰ পৰ ৰৈ থাকি আমনি লাগি গুছি আহিলোঁ। ৰাণুবাইদেউৰ ওপৰত খঙো উঠিল, ঘিণো লাগিল। চহৰৰ ছোৱালীবোৰ বৰ নিলাজী।

অকঁলে উভতি অহা দেখি আইদেৱে ৰাণুবাইদেউৰ কথা সুধিলে। উপায় নাপাই মিছা মাতিবলগীয়া হলোঁ: "ৰাণুবাইদেউক ছোৱালী জনীয়ে থৈ যাবহি। মোক গুছি আহিবলৈ কলে।" মিছা কথাষাৰ কৈ ভিতৰি ভিতৰি মই কঁপিছিলোঁ। আইদেৱে কোন ছোৱালী, ক'তঘৰ বুলি সুধিলে কি কম বুলি কথাষাৰ ভাবি বৰ ভয় লাগিল। পিছে আইদেৱে একো নুসুধিলে। মই ৰক্ষা পৰিলোঁ।

সাজ লাগি ভগাৰ পিছত ৰাণুবাইদেউ আহিল। বেণীত তেওঁ ৰঙা গোলাপ এপাহ মাৰিছে। তেওঁক বৰ ৰঙীয়াল যেন লাগিল। তেওঁৰ মুখখন গোলাপ পাহৰ দৰেই ৰঙা যেন লাগিল। চেহেৰাপানী দেখি তেওঁ যে কিবা এটা বেয়া কাম কৰি আহিছে, বঢ়িয়াকৈ বুজিলোঁ।

ৰাণুবাইদেৱে অলপ সময় ইফাল সিফাল কৰি বাৰান্দাৰ লাইটটো জ্বলাই তাঁতশালত বহিল। তেওঁক তাঁতশালত বহাগৈ দেখি খং কৰি আইদেৱে কলে: "মুনিচুনি বেলিকা তাঁতত বহি দেখুৱাব



নালাগে, উঠি আহ।" একো ওজৰ আপত্তি নকৰি ৰাণুবাইদেউ তাঁত শালৰ পৰা উঠি আহিল। আইদেৱে তেওঁক খং কৰা দেখি ভাল পালোঁ।

নিশা শুবৰ সময়ত বাপুক ৰাণুবাইদেৱে কৰা কাণ্ডৰ কথা সকলো কলোঁ। বিৰি খাই খাই বাপুৱে মোৰ কথাখিনি কাণ পাতি শুনিলে। শুনি উঠি বাপুৱে কলে: "ৰঙাই, তোক তপত ভাতৰ ধোঁৱাই পাইছে, মই বুজিছোঁ। চাবি কিন্তু, কেনেবাকৈ ধৰা পৰিলে তই হে এই ঘৰৰপৰা ওলাব লাগিব। ৰাণু, ৰাণুহৈয়ে থাকিব।" বাপুৰ কথাষাৰ মোৰ মনত লাগিল। এনেকুৱা কামত আৰু কেতিয়াও নাথাকো বুলি কাণত ধৰিলোঁ।

পিছদিনা ৰাতিপুৱা ডাঙৰদাদা কেনিবা ওলাই গৈছিল। দুপৰীয়া উলটি আহিয়েই ৰাণুবাইদেউৰ বিচাৰ ললে। ৰাণুবাইদেউ কোঠালীৰ পৰা ওলাই আহিল। ডাঙৰদাদাই তেওঁক শোৱনীকোঠালৈ মাতি নিলে। মই প্ৰমাদ গণিলোঁ। আগদিনাৰ কথাটো নিশ্চয় ডাঙৰ দাদাই কেনেবাকৈ জানিব পাৰিছে। নহলে এইদৰে ডাঙৰদাদাই ৰাণু বাইদেউক বিচৰা আগতে দেখা নাই। কথাষাৰ কেৱল মোৰ চকুতে পৰা নাছিল, ৰান্ধনীঘৰৰ পৰা আইদেৱেও মন কৰিছিল। আইদেউ ৰান্ধনীঘৰৰ পৰা শোৱনী কোঠা পালেগৈ। আইদেউ যোৱাৰ লগে লগে বাপুৱেও বাৰান্দালৈ ওলাই আহি কথাৰ গমগতি ললে। বাপুৰ ওচৰতে ময়ো থিয় হৈ আছিলোঁ। ডাঙৰ দাদাই চেপা মাতেৰে ৰাণুবাইদেউক ধমকি দি কিবা সোধা শুনিলোঁ। তেওঁৰ মাতবোল নাই। এবাৰ আইদেৱে কোৱা শুনিলো: ৰঙাইক সুধিলেই কথাষাৰ ওলাই পৰিব নহয়"।

আইদেউৰ কথাষাৰ শুনি বাপুৱে মোলৈ চাই কলে: "এইবাৰ মৰিলি তই।" মোৰ এনেয়ে ভয় লাগিছিল। ৰান্ধনীবাপুৰ কথা শুনি ভয়ত থকথককৈ কঁপিবলৈ ধৰিলোঁ। চকুৰ পানী সৰসৰাই বৰলৈ ধৰিলে। সেই ঠাইত অলপ সময়ো নৰৈ শোৱাপাটী

পালোগৈ। শোৱাপাটীত বহি লৈ গোঁসাই নাম আঁওৱাবলৈ ধৰিলোঁ। সঙ্কটৰ সময়ত মধুসূদনৰ নাম ললে হেনো পৰিত্ৰাণ পায়।

মধুসূদনৰ নাম লৈ পৰিত্ৰাণ পালোঁ। মোক কোনেও একো নুসুধিলে। পিছে দুপৰীয়াৰ সাজ খোৱাবহে কাৰো সুখ নহল। ৰাণু বাইদেউ, আইদেউ, ডাঙৰদাদা সকলোৱে ভাতৰ পাটত বহি মুখহে চুৱা কৰিলে। কাঁহিৰ ভাতবোৰ গোটাই গৰুক দিওঁতে মনটো বৰ বেয়া লাগিল। ৰাণুবাইদেউক যে এইবোৰ কৰি ফুৰিবলৈ কিহে পাইছে, বুজিব নোৱাৰিলোঁ।

ঈশ্বৰে যি কৰে ভাললৈকে কৰে। সেইদিনাৰপৰা ৰাণুবাইদেউ বহুত সলনি হল। তাঁত বয়, ৰান্ধনীঘৰত চাহজলপান কৰে, ঘৰৰ ইটো সিটো কাম কৰে। বাহিৰলৈ আগৰ দৰে কেনিও নোযোৱা হল। গলেও আইদেউৰ লগতহে যায়। আগৰ দৰে সাজ-পোছাকতো লাহবিলাহ নোহোৱা হল। ৰাণু বাইদেউৰ এই পৰিৱৰ্ত্তন দেখি ভাল পালোঁ। মনতে ভাব হল, ভালৰ ঘৰৰ জীয়ৰী ভাল হবই। সঙ্গদোষত পৰিহে তেওঁৰ অলপ মতিভ্ৰম হৈছিল।

ইয়াৰ কিছুমান দিনৰ পিছত আইদেউ, দেউতা আৰু ডাঙৰ দাদাৰ মাজত কিবা এটা কথা গভীৰভাৱে আলোচনা হবলৈ ধৰিলে। এই আলোচনাত হওঁতে উকিলদেউতা খুব কম থাকে। ডাঙৰদাদা আৰু আইদেউৰ মাজতহে আলোচনা বেচিকৈ হবলৈ ধৰিলে। কি বিষয়ে নো আলোচনা হৈছে, কথাষাৰ জানিবলৈ মনটো উচপিচাই থাকিল। মনৰ উচপিচনি দমাব নোৱাৰি এদিন ৰান্ধনী বাপুকে কথাষাৰ সুধিলোঁ। বাপুৱে কলেঃ ৰাণুক বিয়া দিব খুজিছে, পিছে তাৰ আগতে বৰময়নালৈ ছোৱালী আনিবলৈ আইদেউৰ মন। বৰময়নাই হেনো এতিয়া বিয়া নকৰায়। সেইবোৰকে আলোচনা হৈছে, আৰু কিটো হব?" বাপুৱে কোৱা কথাখিনি শুনি মনত মোৰ তোলপাৰ লাগিল। ঘৰতে বিয়া এখন খাবলৈ পাম বুলিও মনটো নাচি উঠিল।



আইদেউহঁতৰ আলোচনা মাজে সময়ে হৈ থাকিল। ইয়াৰ মাজতে উকিলদেউতাৰ মাজুজীয়েকো গুৱাহাটীৰ পৰা আহিল। মাজুবাইদেউক এয়ে প্ৰথম দেখিলো। তেওঁৰ হেনো জঞ্জাল বহুত। লৰা-ছোৱালীও ভালেমান কেইটা। তাৰোপৰি বুঢ়া শহুৰেক, শাহুৱেকক এৰিবকে নোৱাৰে। মানুহজনী দেখিলেও তেনেকুৱা যেনেই লাগে। মাজুদাদাতকৈ সৰু যদিও দেখাত ভালেমান বয়সীয়া যেন লাগে। মুখত হাঁহি নাই, কথবতৰাও বেচকৈ নকয়। লগত সৰু সৰু তিনিটা লৰা-ছোৱালী আনিছে। লৰাছোৱালী কেইটাও বৰ পেনেৰা—মাকক খোৱাশোৱা একোতে সুখ নিদিয়ে। উকিল দেউতাৰ বৰজীয়েক থাকে শ্বিলঙত। বৰ ভিনিহীয়ে কিবা ডাঙৰ চাকৰী কৰে। গাড়ীৰে আহে। কেতিয়াবা এৰাতিমান থাকে। কেতিয়াবা দুঘণ্টামান থাকি যায়গৈ। তাকো খুব কমেই আহে। ডাঙৰ বাইদেউৰ লৰাছোৱালী দুটা। লৰাটোৰ নাম মন, ছোৱালী-জনীৰ নাম ময়ুৰী। হালেই ইংৰাজী স্কুলত পঢ়ে। সিহঁতে হেনো অসমীয়া কথা নাজানেই। কথাবতৰাও ইংৰাজীতে পাতে। আইদেৱে কিবা কথা সুধিলে, সিহঁতে ইংৰাজীতে উত্তৰ দিয়ে। আইদেৱে বুজি পায় নে নেপায়, কব নোৱাৰোঁ।

সিহঁত হাল থকা সময়খিনি ৰাণুবাইদেউ আৰু মুকুলৰ অৱস্থা বৰ দুখলগা হৈ পৰে। মুকুলে আলেঙে আলেঙে ফুৰে। ৰাণুবাই-দেৱে সিহঁতৰ লগত ইংৰাজীতে কথা পাতে। পিছে সিহঁতে কোৱাৰ দৰে তেওঁ ফৰফৰাই ইংৰাজী কব নোৱাৰে যেন লাগে।

মাজুবাইদেউ অহাৰ পৰা ঘৰখন ভাল লগা হল। লৰাছোৱালী কেইটা পেনেৰা যদিও মৰম লগা। ৰাণু বাইদেৱে সৰু লৰাটোক বৰ মৰম কৰে। মুকুলেহে সিহঁতক লগাই থাকে, লগাই কন্দুৱাই সি বৰ ৰং পায়।

মাজুবাইদেৱেও আইদেউহঁতৰ আলোচনাত যোগ দিলে। প্ৰায় পোন্ধৰ দিন মান থকাৰ পিছত মাজুবাইদেউ যাবলৈ ওলাল।

লগত আইদেউ আৰু ৰাণুবাইদেৱো ওলাল যাবলৈ। আইদেউহঁত যোৱাৰ পিছত ঘৰখন তেনেই উৰুঙা হৈ পৰিল। তাতে মাজুবাই-দেউৰ লৰাছোৱালী কেইটাই ঘৰখন উখল মাখল লগাই আছিল। বাপুৱে কলে, আইদেউ হেনো ডাঙৰ দাদাৰ কাৰণে ছোৱালী চাবলৈ গৈছে। ছোৱালী হেনো মাজুবাইদেউৰ ঘৰৰ ওচৰৰে। কথাষাৰ শুনি মনটো উৰুলীকৃত হৈ পৰিল। আইদেউহঁত উলটি অহালৈ বাট চাই থাকিলোঁ।

এসপ্তাহ মানৰ পিছত আইদেউ আৰু ৰাণুবাইদেউ আহিল। ছোৱালীজনীৰ কথা, আইদেৱে কৈয়ে তত্ নোপোৱা হল। আইদেউৰ হেনো বৰ পছন্দ হৈছে ছোৱালীজনী। ছোৱালীজনীৰ ফটোও ৰাণু বাইদেৱে আনিছে। ৰাণুবাইদেৱে ফটো দেখোৱাওঁতে ডাঙৰদাদাই লাজকৰাৰ দৰে কৰিলে। উকিল দেউতা আৰু আইদেউৰ আগতে ফটোখন দেখুওৱাৰ কাৰণে কিজানি ডাঙৰ দাদাই লাজ কৰিলে। লাজতে ৰাণুবাইদেউৰ বেণীত ধৰি জোকাৰিলে। ৰাণুবাইদেউৰ বেণীত ধৰি জোকাৰোতেহে যেন ডাঙৰ দাদাৰ লাজটো আঁতৰিল, এনেকৈ ৰাণুবাইদেউৰ লগত ধেমালি কৰা নেদেখোৱেই। ৰাণুবাই-দেউৰ পৰা খুজি ফটোখন মইয়ো চালো। ওখ পাখ ধুনীয়া ছোৱালীজনী। ডাঙৰদাদাৰ লগত বঢ়িয়া যোৰ হব।

ইয়াৰ পিছত বিয়াৰ যা—যোগাৰ হবলৈ ধৰিলে। মাজুদাদা মাজতে কেইদিন মানৰ কাৰণে আহি গল। গহনাগাঁঠৰিৰ পৰা মানুহক নিমন্ত্ৰণ কৰালৈকে সকলোবোৰ কথা মাজুদাদা আইদেউ ডাঙৰ দাদা সকলোটি বহি আলোচনা কৰিলে। মাজুদাদা যোৱাৰ পিছত শ্বিলঙৰ ডাঙৰ বাইদেৱো আহিল। অকল শৰীয়াকৈ অহাৰ কাৰণেই হবলা এইবাৰ কেইটামান দিন সৰহকৈ ডাঙৰ বাইদেউ থাকিল। ডাঙৰ বাইদেৱেই গহনা, কাপোৰকানি আদি যোগাৰ কৰাত আগভাগ ললে।

বহাগৰ কুৰি দিন যোৱাত ডাঙৰ দাদাৰ বিয়া ঠিক হল। দিন



ওচৰ চাপি অহাৰ লগে লগে খোৱাবস্তুৰ যা-যোগাৰ কৰা, তামোল-পান গোটোৱা আদি কাম হবলৈ ধৰিলে। উকিলদেউতাই মক্কেলৰ হতুৱাই গাঁৱত দৈ-গাখীৰ লগালে, চিৰা কোমলচাউলৰ যোগাৰ কৰালে। ওচৰৰ মানুহ তুনুহে বিয়াৰ খা খবৰ কৰিবলৈ আহিল। আইদেৱে সকলোকে একেষাৰ কথাকে কলেঃ "অকল-শৰীয়া মানুহ। লাগি ভাগি দি লৰাটোৰ বিয়াখন পাতি দিবহি আৰু।"

বিয়ালৈ সাতদিনমান থাকোঁতেই ডাঙৰ বাইদেউ আকৌ আহিল। বাইদেউৰ লগত লৰা ছোৱালী হাল, মন আৰু ময়ুৰী আৰু বাইদেউৰ সৰুটো দেওৰেক পঙ্কজো আহিল। ভিনিহীৰ হেনো ছুটী নাই। বিয়াৰ আগদিনাহে আহিব বুলি খবৰ পঠালে। মাজুভিনিহী কিন্তু দহদিন মানৰ আগতে আহি বিয়াখনৰ সকলো কামৰ ভাৰ ললে। বিশেষকৈ জা-জলপানৰ গুদামৰ ভাৰ আইদেৱে আন কাকো দিব নোখোজিলে। মাজুভিনীহী মানুহজন বৰ কামৰ মানুহ। সেইদৰে দেহা মাৰি পৰিশ্ৰমো কৰিব পাৰে।

মাজুদাদাও কেইদিন মানৰ আগতে আহিল। মাজুদাদা অহাৰ লগে লগে আচলকৈ ঘৰখন বিয়াঘৰ যেন লাগিল। ডাঙৰ বাকচটো খুলি লওঁতে ঘৰখনৰ গোটেইজাকে মাজুদাদাক আগুৰি ধৰিলে। মাজুদাদাই ঘৰৰ সকলোলৈকে কাপোৰকানি আনিছে। উকিল দেউতালৈ এডাল বেতৰ ধুনীয়া কাম কৰা লাখুটি আনিছে। লাখুটি-ডাল দেউতাৰ হাতত দি মাজুদাদাই কলে: "দেখুৱাওকচোঁন দেউতা, শহুৰ দেউতা হৈ কেনেকৈ বোৱাৰীয়েকৰ আগত থিয় হব?" মাজুদাদাৰ কথাত দেউতাই ধেক্ধেকাই হাঁহিলে। ইমান প্ৰাণখোলা হাঁহি দেউতাই মাৰিব পাৰে বুলি ভবা নাছিলোঁ। বিয়াৰ ৰং দেউতাৰ গাতো লাগিছে।

মাজুদাদাই আইদেউলৈও পাটৰ কাপোৰ এযোৰ আনিছে। কাপোৰসাজ মাকৰ কান্ধত মেৰিয়াই সাৱটি ধৰি মাজুদাদাই মাকক

জোকালে ঃ "বোৱাৰীয়েৰক জুকণ পিন্ধাবলৈ যাওঁতে শাহু আইও সাজিকাচি যাব লাগিব নহয় ?" আইদেৱে 'যা এইটো' বুলি মাজুদাদাক মৰমৰ খং কৰিলে। ৰাণুবাইদেউলৈ বৰ ধুনীয়া শাৰী এখন আনিছে। সেইখন পাই তেওঁ একেকোবে গৈ আইনাৰ ওচৰ পালেগৈ। কইণালৈ গহনাৰ বাকচ এটা আনিছে। কি গহনা আছে নেদেখিলো। আইদেৱে বাকচটো সামৰি থলে। ডাঙৰদাদা দৰা হওঁতে পিন্ধিবলৈ ফুলাম জোতা এযোৰ আনিছে।

মাজুদাদাই মোলৈ আৰু ৰান্ধনীবাপুলৈয়ো কাপোৰ আনিবলৈ পাহৰা নাই। মাজুদাদাই মোক ৰঙচঙীয়া বুলি মাতে। ৰঙচঙীয়া বুলি মাতোতে ইমান জাক মানুহৰ মাজত মোৰ লাজেই লাগিল। চোলাটো আৰু পেণ্টটো গাত দি 'হব' 'হব' বুলি মোক কলে ঃ "বিয়াৰ দিনা পিন্ধিবি বুজিছ ?" মই 'ওঁ' বুলি শলাগিলোঁ। বাপুৰ কাপোৰসাজ লৈ মাজুদাদা ৰান্ধনীঘৰলৈ যাব খুজিছিল। এনেতে আইদেৱে কলে ঃ "বাপু এতিয়া বন্ধাবঢ়াত লাগি আছে। মই পিছত দিম, তই থচোঁন। এতিয়া হাতমুখ ধুচোঁন চাহজলপান খা।"

মুঠতে ঘৰখনত বিয়াৰ বতাহ বাৰুকৈয়ে বলিবলৈ ধৰিলে। কেউপিনে কেৱল হাঁহি ধেমালি, ৰং-ৰহইছ। সকলোৰে মন উলাহে নধৰা হৈছে। আগফাল, পিছফাল দুয়োঠাইতে ৰভা তৰা হল। ৰভাঘৰ সজোৱা, বেই সজা, মৰল সজা, গেট্ সজা আদি কামত ওচৰ পাজৰৰ ডেকা লৰাবোৰ লাগিলহি। মন, পঙ্কজহঁতে ৰভাঘৰৰ খুটাবোৰ ৰঙানীলা কাগজ মেৰিয়াই ধুনীয়া কৰি তুলিলে। ওচৰৰ জোনালী, ৰুণুমাহঁতে ফাকুগুৰি হালধীগুৰি, চাউল গুৰি আদিৰে মৰলৰ ভেটিটোত ধুনীয়াকৈ ফুল বাচিলে। তেওঁলোকৰ লগত ময়ুৰীয়েও যোগ দিলে। কিছুমান লৰাই চাহ জলপান খোৱা মেজবোৰো সজালে। এইদৰে সকলোৱে কামত লাগিল। কাম কৰা লৰাবোৰক চাহতাহ দিয়াৰ ভাৰ মোৰ ওপৰত পৰিল। এইদৰে চাহতাহ দিবলৈ যাওঁতে ছেগ বুজি সিহঁতৰ ওচৰত মই কিছুময়



কটাওঁ। ভাল লাগে। সকলোৱে কিবা নহয় কিবা এটা কৈ হাঁহিছে, ফুৰ্ত্তি কৰিছে। মোৰ চকুত পৰিল, ডাঙৰবাইদেউৰ দেওৰেক পঙ্কজে তেনে হাঁহিতামাচাত গা এৰি দিয়া নাই। লৰাজন স্বভাৱতে নিৰ্জ্জু প্ৰকৃতিৰ। কিয় জানো কব নোৱাৰো, তেওঁক মোৰ বৰ ভাল লাগিল। পঙ্কজদাদাই কিবা এষাৰ কথা মোক কলে, মই বহুত কিবা পোৱা যেন পাওঁ। কামৰ মাজতে ছেগ বুজি পঙ্কজদাদাৰ ওচৰলৈ গৈ কিবা লাগিব নেকি, চাহ খাব নেকি, শুধি আহোঁ। ভাতপানী খাবৰ পৰতো তেওঁৰ খবৰ লওঁ।

মই এটা কথা মন কৰিলো, মোৰ দৰেই ৰাণুবাইদেৱেও পঙ্কজ দাদাৰ খবৰবাতৰি লয়। খাবৰ সময়তো তেওঁ পঙ্কজদাদাৰ ওচৰত বহি ইটো সিটো কথা শুধি থাকে। কিয় জানো, ৰাণুবাইদেৱে এইদৰে পঙ্কজদাদাৰ লগে লগে ফুৰাটো মোৰ ভাল নালাগিল। মনতে ভাব, হল, পঙ্কজদাদাৰ নিচিনা ভাল লৰাটোক ৰাণুবাইদেৱে এতিয়া নষ্ট কৰিব।

লাহে লাহে ৰাণুবাইদেউ আৰু পঙ্কজদাদাৰ হলিগলি ক্ৰমাৎ বেছি হৈ আহিবলৈ ধৰিলে। বিয়াঘৰৰ হুলস্থুলৰ মাজত কথাটো কিজানি কাৰো চকুত পৰা নাছিল। মোৰ কিন্তু সকলো সময়তে তেওঁলোকৰ ওপৰতহে চকু আছিল। পঙ্কজদাদাই আজিকালি কথাও কয়, ৰাণুবাইদেউৰ লগত হাঁহে মাতে, ধেমালিও কৰে। সকলো কথাতে ৰাণুবাইদেউক বিচাৰে। এইবোৰ দেখি শুনি মোৰ অসহ্য লাগিল। অসহ্য লাগিলেও মইতো কাকো একো কবও নোৱাৰোঁ।

বিয়াৰ খবৰ লবলৈ এদিন মৌজাদাৰৰ বোৱাৰীয়েকো আহিল। জিণ্টী আৰু ময়নীক লৈ বায়ো আহিছে। বাই এই প্ৰথম আমাৰ ঘৰলৈ অহা দেখি মোৰ বৰ ভাল লাগিল। তাইক মাতি নি মোৰ থকা ঘৰটো, শোৱাপাটীখন দেখুৱালোঁ। মাজুদাদাই দিয়া কাপোৰ সাজ দেখুৱালোঁ। আৰু নো কি দেখুৱাম, কি কৰিম ভাবিগুণি

তত নোপোৱা হৈ ৰান্ধনীবাপুৰ ওচৰলৈকে তাইক লৈ গলো। বাপু ৰান্ধনী ঘৰত কামত লাগি আছিল। মাতি আনি বাইক চিনাকি কৰি দিলোঁ। বাপুৱে তাইৰ নাম সুধিলে। তাইৰ খবৰ লবলৈ মই যাওঁ নে নেযাওঁ, তাকো সুধিলে। বায়ে তেতিয়াহে মুখ খন মেলিলে ঃ "ক'ত নো যায়। সি মোক পাহৰিলেই। গাঁৱলৈ গল, সি মোক ফুটকে নিদিলে।" বাপুৱে তাইৰ কথা শুনি মাথোন হাঁহিলে। তাইক চাহ তাহ দিবলৈ মোক কলে। বাইৰ কথাষাৰ মোৰ মনত লাগিল। সচাঁকথা তাইক যেনেকৈ খা-খবৰ কৰিব লাগিছিল, তেনেকৈ মই কৰা নাই। গাঁৱলৈ যাওঁতেও সেইদৰে ঘপকৈকে গুছি যাব নালাগিছিল, তাইক অন্ততঃ খবৰটো দি যাব লাগিছিল। মৌজাদাৰৰ বোৱাৰীয়েক যাবলৈ ওলাল। যাবৰ সময়ত তাইক মনে মনে কলোঁ ঃ "বিয়াৰ দিনা আহিবি দেই।"

বায়ে কলেঃ "ক'ত নো আহিব পাৰিম হবলা। আমাৰ আইক আজিকালি অকলে এৰাই টান। এতিয়া ডেকা দেউতা আছে বুলিহে আইদেউ ইয়ালৈ আহিব পাৰিছে। আইদেউৰ লগতে ময়ো আহিব পাৰিলো। বিয়াৰ দিনা পাৰিলে আহিম বাৰু"।

মৌজাদাৰনী আইৰ নো কি হৈছে বাইক সুধিলো। বায়ে কলেঃ "কিবাকিবি বলকি থাকে, খোৱা শোৱাৰ ঠিক নাই। মগজতে দোষ হৈছে নেকি জানো? মৌজাদাৰ দেউতা যোৱাৰ লগে লগে ঘৰখনৰ জেউতি নোহোৱা হল। মনটো একেবাৰে ভাল নালাগে। তাবোপৰি বহুত কথা। কেতিয়াবা যাবিচোঁন, কমবাৰু।" আৰু কিবা কলেহেঁতেন ছাগে, আইদেৱেকে মতাত তাই গলগৈ।

বিয়াঘৰৰ ইমান ৰংৰহইছৰ মাজতো মোৰ মনটো বেজাৰে ছানি ধৰিলে। বাইৰ কথাখিনি মোৰ অন্তৰত বাজি থাকিল। ইয়াৰ আগতেও এবাৰ বায়ে কিবা কথা কম বুলি মোক কৈছিল। কিন্তু কবলৈ সুবিধা নাপালে। এই কেইদিনতে এবাৰ সুবিধা বুজি তাইৰ ওচৰলৈ যাব লাগিব। বিয়াঘৰৰ কামৰ কোনো হিচাব নাই।



কেতিয়া কাক কি লাগে, তাৰো ঠিকনা নাই। গতিকে বিয়াখন হৈ নোযোৱালৈকে যে এবাৰ তাইৰ ওচৰলৈ যাব পাৰিম, আশা নাই।

জুৰুণৰ লগত যাবলৈ ঘৰৰ মানুহখিনিৰ উপৰিও লগা ভগা ওচৰপাজৰৰ মানুহ ভালেমান ওলাল। এখন মটৰগাড়ী, এখন বাছ ভৰি গৈছে। জুৰুণৰ লগত যাবলৈ মোৰ মন আছিল। কেনেবাকৈ যাবলৈ পাওঁ বুলি মাজুদাদাই দিয়া কাপোৰ সাজ পিন্ধি সাজি কাচি থাকিলো। পিছে মোৰ যোৱা নহল। যাবলৈ নাপাই যে মনটো মোৰ সেমেকি গৈছিল, মাজুদাদাই মন কৰিছিল হবলা। "মোলৈ চাই মাজুদাদাই কলে ঃ "তই দবাৰ লগত যাবি বুজিছ? একেবাৰে দবাৰ ওচৰতে বহুৱাই দিম।"

মাজুদাদাৰ কথাষাৰ শুনি মনটো ভাল লাগিল। মই হাহিলোঁ। মোক হহাঁ দেখি মাজুদাদাই কলে ঃ অঁ, এতিয়া যা কাম কৰগৈ। তোক আইদেৱেৰে বহুত কাম দি গৈছে, মই কব পাৰোঁ।" আইদেৱে মোক যে ভালেমান কামৰ দিহা দি গৈছিল, তেতিয়াহে মনত পৰিল। লৰালৰিকৈ কামবোৰ কৰাত লাগিলোগৈ।

জুৰুণ ওলাই যোৱাৰ পিছত ঘৰখন তেনেই চেঁচা পৰিল। ডাঙৰদাদা, মাজুদাদা, মাজুভিনিহী আৰু কেইজনমান মানুহৰ বাহিৰে ঘৰখনত মানুহ নোহোৱাই হল। তামোল কটা বাই দুজনীয়ে বাৰান্দাত বহি তামোল কাটি আছিল। হাজিৰা কাম কৰা মানুহ কেইটাৰ হতুৱাই ডাঙৰদাদাই ৰভাঘৰৰ চাৰিওপিনে ওখকৈ মাটি তোলালে, পানীদুনি বৈ যাবলৈ নলাবোৰ দকৈ কটালে। বহাগ মহীয়া বতৰ। বৰষুণ আহিলে বৰ আহুকাল হব।

মাজুদাদাই ছিগাৰেট জুইশলা আদি কিবাকিবি বস্তুৰ তালিকা এখন কৰি মোক বজাৰলৈ পঠিয়ালে। সুবিধাটো পাই ভালেই পালো, বাইকো লগ পাই আহিব পাৰিম।

বজাৰলৈ যোৱাৰ আগতে বাইৰ ওচৰৰ পৰা আহিবৰ মন কৰি

সেইপিনে বেগাবেগিকৈ খোজ ললোঁ। মৌজাদাৰৰ পিছ চোতালত ভৰি দি দেখিলো, বায়ে ভড়ালৰ পৰা ধান উলিয়াই ৰ'দত দিবলৈ যতন কৰিছে। মোক দেখি তাই যবে কাম ত'তে এৰি মোৰ ওচৰ পালেহি। জিন্টি—ময়নীহঁতক মাকে তেতিয়া ভাত খুৱাইছিল হবলা। বায়ে বৰঘৰৰ মুধতে ভগা মূঢ়া এটা পাৰি মোক বহিবলৈ দিলে। নিজে ডুখৰীয়া খৰি এডালৰ ওপৰতে বহিল। বিয়াৰ খবৰবাতৰি ললে। জুৰুণ যোৱাৰ কথা কলোঁ। তাৰ পিছত তাইক সুধিলো: "কি কথানো কব খুজিছিলি, কচোঁন।"

কথাষাৰ সোধাৰ লগে লগে তাইৰ মুখখন মোলান পৰি গল। তাই "তোকে নকলেনো কাক ক'ম" বুলি ইফালে সিফালে চালে কোনোবাই শুনে বুলি। তাৰপিছত মাতটো আৰু সৰু কৰি তাই কলে: "ৰঙাই, মোৰ ইয়াত থকাৰ সমূলি ইচ্ছা নাই। আমি গাঁৱলৈ যাওঁগৈ বল।" তাইৰ কথা শুনি উচপ খাই মই সুধিলোঃ 'কেলেই ?'

—"ইয়াত মোৰ বেয়া লগা নাছিল। পিছে এই নিধকটোৰ পৰা মোৰ উপায় নোহোৱা হৈছে।" বায়ে নিধক বুলি কাৰ কথা কৈছে বুজিব পাৰিছিলো যদিও সুধিলোঃ "কাৰ কথা কৈছনো ?"

"চন্দনৰ কথা কৈছোঁ। সুবিধা পালেই মোৰ কাষ চাপি সি কিবাকিবি বেয়া কথা কয়। এদিন আইদেউক লগাই দিম বুলি কোৱাত কলে খবৰদাৰ, তাৰ লগে লগে তোৰ জীৱনটো শেষ কৰি দিম। মৰিবলৈ মোৰ ভয় নাই। পিছে তোক এৰি মৰিবৰ মন মোৰ নাই, ৰঙাই।" কথাখিনি কওঁতে তাইৰ মাতটো থোকাথোকি হৈ ওলাইছিল। চকুদুটা চলচলীয়া হৈছিল।

তাইৰ কথা শুনি বেয়া লাগিল। সান্তনা দি কলোঁ: "গাঁৱলৈ উভতি যোৱাৰ কথা ময়ো ভাবি আছোঁ। কেইটামান দিন ধৈৰ্য্য ধৰি থাক। গাঁৱলৈ যাবলৈ হলেও থাকিবলৈ ঘৰ এটা লাগিব। আমাৰ ভেটিটোতো এতিয়া একো নাই, গোটেইখন হাবিয়নী



হৈ আছে। তথাপি সোনকালেই কিবা এটা কৰিম, চিন্তা নকৰিবি।"

তাইক মাত লগাই গুছি আহিলোঁ। বজাৰলৈ যাব লাগিব, বহুত বেলি হল। বাটে বাটে ভাবি আহিলো, তাইক বাৰু চন্দনে কিয় দিগ্‌দাৰ কৰে। আমাৰ দুখীয়া মানুহবোৰৰ কতো সুখ শান্তি নাই। বাইক গাঁৱলৈ যোৱাৰ কথা কলো যদিও আচলতে যোৱাৰ কথা দকৈ ভবা নাই। উকিলৰ ঘৰ এৰি যোৱাৰ কথা ভাবিবকে নোৱাৰো দেখোন। তথাপি তাইক এইদৰে ৰখাটোও ঠিক হোৱা নাই। কিবা এটা মীমাংসা সোনকালেই কৰিব লাগিব।

জুৰুণৰ পিছদিনাই মানুহক খুওৱাৰ দিহা কৰিছে। বিয়া দূৰণীবটীয়া কাৰণে আগদিনাই খুওৱাবুওৱাৰ লেঠাটো মাৰিব লাগিব। ৰাতিপুৱাৰ পৰাই কেবাজনো মানুহ ৰান্ধনীঘৰৰ মুধত সাজি দিয়া চালিখনৰ তলত বন্ধাবঢ়াত লাগিছে। দুদিন আগৰে পৰা এইকেইজন মানুহেই কেবাবিধ মিঠাই কৰি ভাগে ভাগে ভড়ালঘৰত থৈ দিছে। ভড়ালৰ চাবিকাঠি মাজুভিনিহীৰ হাতত। মাজু-ভিনিহীয়ে মানুহকেইজনে দিয়া হিচাব মতে পাচলি, ঘিউ, ময়দা আদি বস্তুবোৰ উলিয়াই দিছে। সেই কেইজন মানুহক জা-জলপান কৰিবলৈকে আনিছে। ৰান্ধনীবাপু ভাতৰ চৰুত। দুপৰীয়া ভাত কোনে কোনে খাব হিচাব কৰি বাপু চাউলপাত বহোৱাত লাগিছে। ৰান্ধনীঘৰৰ বাৰান্দাত জুহালখন পাতি দিছে। তাত সকলোসময়তে পানী উতলিয়েই আছে। কাৰবাক চাহ লাগিলেই বাকিদিব পৰাকৈ চাহৰ সকলো সৰঞ্জাম ৰখা হৈছে।

দুপৰীয়া সোনকালেই খোৱাবোৱা কৰি ঘৰৰ আটাই বিলাকে নিমন্ত্রিত আলহীক সোধপোচ কৰিবলৈ সাজিকাচি সাজু হল। আটাইতকৈ জাকজমককৈ সাজিলে ৰাণুবাইদেৱে। ৰাণুবাইদেৱে এনেয়ে বেণী গোথে। আজি খোপা বান্ধি তাত এটা ফুলো গুজি লৈছে। খোপাবন্ধাৰ কাৰণেই হবলা ৰাণুবাইদেউক বৰ ডাঙৰ

ছোৱালী যেন লাগিছে। মন আৰু ময়ৰীয়েও কাপোৰকানি পিন্ধিলে। সিহঁতৰ সাজপোচাক জাকজমক নহয় যদিও যি পিন্ধিছে তাৰেই লৰাছোৱালীহাল শুৱাই পৰিছে। পায়জামা আৰু পাঞ্জাবীটোৰে পঙ্কজদাদাও জাকতজিলিকা হৈ পৰিছে। ডাঙৰ বাইদেৱেও ৰঙীন কাপোৰ এসাজ পিন্ধিছে। গহনা গাঁঠিৰিৰে মানুহ গৰাকী জিলিকি আছে। মাজুবাইদেৱেও পাটৰ কাপোৰ এসাজ পিন্ধিছে যদিও লৰাছোৱালী কেইটাৰ টনা আজোৰাত কাপোৰকানিৰ অৱস্থা নোহোৱা হৈছে।

মাজুদাদাই কামবোৰ পৰিপাটীকৈ হৈছে নে নাই, চাই চিতি ফুৰোঁতে ফুৰোঁতে কাপোৰকানি পিন্ধাহে নালাগে, গাটো তিয়াবলৈকে সময় পোৱা নাই। এবাৰ ৰান্ধনীঘৰলৈ ভুমুকি মাৰোঁতে ৰান্ধনীবাপুৱে কলে: "মাজুময়না, গাটো তিয়াই দুটামান খাই লোৱা।"

"খাম ৰবা বাপু। গাটো তিয়ালেই নহব, দাঢ়িও খুৰাব লাগিব। বহুত কাম আছে। বাৰু মোক চাহ এপিয়লা দিবলৈ কোৱাচোঁন কাৰোবাক।

মাজুদাদাৰ কথা শুনি লৰালৰিকৈ চাহ এপিয়লা বাকি দিলোগৈ। মাজুদাদাই চাহ খাই লৈছে যেতিয়া ভাত খোৱা আৰু পলম হব বুলি জানিয়েই হবলা আইদেৱে কাহি এখনত কেইখন মান গৰম লুচি, আলুভজা অলপ আনি মাজুদাদাক দিলেহি। আইদেৱে লুচিৰ কাহিখন অনা দেখিয়েই মাজুদাদাই চিঞৰি উঠিল: "বাপু তোমাৰ ভাত নাখালেও হব—তাৰ মানে গা নুধুলেও হব। দাঢ়ি খুৰাম—বচ্ হৈ গল।" মাজুদাদাৰ কথা শুনি বাপুৱে হাহিলে, আইদেৱেও হাঁহিলে।

আবেলি বেলিকা নিমন্ত্ৰিত আলহীৰে আগফাল পিছফাল ভৰি পৰিল। ঘৰৰ সকলোৱে আলহী সোধা, খুওৱাবুওৱাত ব্যস্ত হৈ পৰিল। মাজুদাদাই আগফালে মতামানুহক খুওৱা ঠাইত ডেকা-



লৰা কেইটা মানক জলপান খুওৱা কামত লগালে। পিছফালে মাইকীমানুহক খুওৱা ঠাইত কেইগৰাকীমান মাইকীমানুহ লাগিল। সৰু সৰু লৰাছোৱালীবোৰক খুৱাবলৈ আচুতীয়াকৈ ব্যৱস্থা কৰা হৈছিল, তাৰ দায়িত্ব ললে কেইজনীমান ছোৱালীয়ে। কোনেও যাতে অসন্তুষ্ট হৈ যাব লগা নহয় তাৰ বাবে আলহীক আদৰি আনি বহুৱা খুওৱা কামত ঘৰৰ মানুহখিনি নিজে থাকিল।

চাহ কৰিবলৈ ৰন্ধাবঢ়া কৰা চালিখনত বেলেগে আয়োজন কৰা হল। চাহ বাকিবলৈ ভাৰ দিলে তৰকাৰি লুচি কৰা মানুহ এজনক। কঢ়িয়াই নিয়াৰ ভাৰ পৰিল মোৰ আৰু মদনৰ ওপৰত। মদন আমাৰ ওচৰৰ ঘৰৰ বনকৰা লৰা। আগফাল পিছফাল দুয়োঠাইতে খা-খবৰ কৰি চাহ নি আমি দি থাকিলোঁ। সকলোৱে পৰিপাটীকৈ কাম কৰিছে, দুখভাগৰৰ কথা কোনেও ভবা নাই। বিয়াৰ ফুৰ্ত্তিতে ছাগে দুখভাগৰৰ কথা কাৰো মনলৈ অহা নাই।

এবাৰ চাহ লৈ বাহিৰলৈ যাওঁতে দেখিলো, ৰভাঘৰৰ এচুকত ৰাণুবাইদেউ আৰু পঙ্কজদাদা বহি আছে যেন তেওঁলোকো আলহীহে। তেওঁলোকক সেইদৰে বহি থকা দেখি মোৰ খং উঠিল। ৰাণুবাইদেৱে দেখোন পিছফালে ছোৱালীজাকৰ লগত কাম কৰিবহি পাৰে। পঙ্কজদাদায়ো আলহীক তামোল, মা-মছলা দিব পাৰে। মন আৰু ময়ুৰীয়ে ওচৰৰ সৰু সৰু লৰাছোৱালী কেইটামানৰ লগত আলহীক মা-মছলা দি ফুৰা দেখি ভাল লাগিল।

এইদৰে আবেলিৰ পৰা নিমন্ত্ৰিত আলহীক খুৱাওঁতে বুৱাওঁতে সন্ধিয়া হল। নিশা হৈ অহাৰ লগে লগে আলহীও সেৰেঙা হৈ আহিবলৈ ধৰিলে। তেতিয়াহে ঘৰৰ মানুহখিনিৰ গালৈ তত আহিল। মাজুভিনিহী, মাজুদেউতা, উকিলনী আইদেউ—এই তিনিও গৰাকীৰ বিশেষকৈ অৱস্থা কাহিল হল। পিছে ভাগৰি পৰিলেতো কাম নচলিব। পিছদিনাৰ বিয়াৰ আচল লেঠাখিনি আছেই।

পিছদিনা ৰাতিপুৱা ভাগতে নপুকুষৰ শবাধ হৈ গল। দুপৰীয়া দৰা যাব। তাৰ আগতে দৰাক নুওৱা-ধুওৱা আদি কামখিনি কৰি অতাবলৈ আইদেৱে খৰখেদা লগালে। দৰাৰ লগত কোন কোন যাব খা-খবৰ কৰি সোনকালে ওলাবলৈ কৈ মাজুদাদায়ো খৰখেদা লগালে। দৰাৰ লগত যোৱা মানুহো জুকুণৰ সমানে হব বুলি মাজুদাদাই ভাবিছিল। পিছে দৰাৰ বন্ধুকেইজন মানো নিজৰ নিজৰ মটৰগাড়ী লৈ ওলোৱাত মানুহ অলপ সৰহ হল। ডুবণি-বটীয়া বাট, কষ্ট পাব বুলি উকিল দেউতাক দৰাৰ লগত যাবলৈ সকলোৱে হকাবধা কৰিলে।

দৰাক দুৱাৰ ধৰি উলিয়াই দিবৰ পৰতে আইদেউৰ মূৰটো আছন্দ্ৰাই কৰি পৰি গল। আইদেউক পৰি যোৱা দেখি ঘৰখনত হুৱাদুৱা লাগিল। তথাপি শুভক্ষণ টো পাৰ হবলৈ নিদি ডাঙৰ বাইদেৱেই দৰাক দুৱাৰ ধৰি উলিয়াই পঠিয়ালে। দৰাৰ লগত ডাঙৰ বাইদেৱো যোৱাৰ কথা আছিল। আইদেউৰ গাটো বেয়া হোৱা দেখি তেঁখেত নগল। মোৰো যাবলৈ মনত উৎসাহ নোহোৱা হল।

দৰা ওলাই যোৱাৰ পিছত আইদেউ পাটীত পৰি থাকিল, মূৰত পানীঢুনি দি লাহে লাহে মই বিছনিৰে বিছি দিলোঁ। ডাঙৰ বাইদেৱে গৰম গাখীৰ এবাতি মাকক খুৱালে। অতিমাত্ৰা পৰিশ্ৰমতে মানুহ গৰাকীৰ তেনে অৱস্থা হৈছিল, তাতে লঘোনে ভোকে থকাৰ কথা। কিছু সময়ৰ পিছত আইদেউ পাটীৰ পৰা উঠিল। আইদেউ উঠা দেখি মনটো মোৰ ফৰকাল লাগিল।

পিছদিনা ৰাতিপুৱা ভাগতে দৰাকইনা লৈ মানুহখিনি আহি পালেহি। বিয়াখন সুকলমে হৈ গল। কইণাৰ লগত ককায়েকো আহিছে। ঘৰ গছকাই কইণাক লৈ ককায়েক যাব। মাঙ্গলিক কামখিনি কৰি আইদেৱে দৰাকইণাক ঘৰ সুমুৱালে। নকইণা অহাত খৰখনৰ চেহেৰাই বেলেগ হল। সৰুৰ পৰা ডাঙৰলৈকে সকলোৱে মন আনন্দত নধৰা হল। সৰু সৰু লৰাছোৱালীজাকে কইণাক নেৰাই হল। চাৰিওপিনে বেৰিকুৰি কইণাক চাই থকাই যেন সিহঁতৰ কাম হল। ময়ো ছেগ বুজি নকইণাক চালোগৈ। ফটোত দেখা সাইলাখ সেইজনী ছোৱালীয়েই। গহনা গাঁঠৰিয়ে কইণা দেখিবলৈ দিপ্‌লিপ্ হৈ পৰিছে। মন আৰু ময়ুৰীয়ে কইণাৰ লগত দুষাৰ এষাৰ কথা পাতিছে। তথাপি ৰাণুবাইদেৱেহে বেচিকৈ নবৌয়েকৰ খবৰবাতৰি লৈ থাকিল।

দিনটো থাকি সন্ধিয়াৰ আগে আগে কইণা ককায়েকৰ লগত গুৱাহাটীলৈ যাবলৈ গাড়ীত উঠিল। লগত মাজুবাইদেৱো লৰা ছোৱালী কেইটা লৈ যাবলৈ ওলাল। মাজবাইদেউৰ ডাঙৰটো ল'ৰা সোনৰ থাকিবৰ মন আছিল, পিছদিনা স্কুল আছে কাৰণে যাব লগীয়া হল। কইণা যোৱাৰ লগে লগে ঘৰখন উকুঙা হৈ পৰিল।

বিয়া এখন পাতিবলৈ সহজ, ভাঙিবলৈহে টান। টিনপাত, ত্ৰিপাল, চকীমেজৰ পৰা আৰম্ভ কৰি এপদ এপদ কৈ বস্তুবোৰ ভাগে ভাগে উভতাই দিয়া, টৌ-কেৰাহী-হেঁতা কোনটো কাৰ ঘৰৰ পৰা অনা হৈছিল চাইচিতি উভতাই দিয়া, এইবোৰ কাম কৰাওঁতে মাজুদাদা, মাজুভিনিহী আৰু আউদেউ তিনিও লেবেজান হল। বস্তুবোৰ সোনকালে উভতাই দিব নোৱাৰিলে হেৰাবও পাৰে। বিয়াঘৰৰ কথা, বিয়াঘৰলৈ অহা যোৱা কৰা মানুহৰ লেখ নাই। তাতে মাজুদাদাইঁত গলেগৈ, এইবোৰৰ জঞ্জাল মাৰিব কোনে?

এইবিলাক কামত ব্যস্ত হৈ থাকোঁতেই ক'ৰবাৰ মানুহ এটা আহি মাজুদাদাক খাটনি ধৰিলে, ৰভা দিয়া বাঁহৰ খুটাবোৰ যি হয় এটা দামত বেচিব লাগে, সি কিনিব। আইদেউ, উকিল দেউতা দুয়োৰেমত, বাঁহবোৰ বেচিব নালাগে, পিছত ক'ত কেনেকৈ জেওৰা চকোৱা দিয়াব লাগে, সেই বাঁহেৰে দিয়াব পাৰিব। নছোৱালী থকাঘৰ, আঁৰবেৰ অলপ বেছিকৈ থকা ভাল। মাজুদাদাৰো একে মত। কিন্তু মানুহটোৱে যেনেকৈহে বাঁহকেইটাৰ কাৰণে জোক লগাদি লাগি থাকিল, মাজুদাদাৰ খং নুঠি নোৱাৰিলে

খঙো খং একেবাৰে পৰশুৰামৰ খং। খঙৰ ভমক্ দেখি গোট ঘৰখন ভয়ত অত্ৰাহি হল। মাজুদাদাৰ নিচিনা ৰঙীয়াল মানুহ এজনৰো যে ইমান খং থাকিব পাৰে আগতে ভাবিবকে পৰা নাছিলোঁ।

বিয়াৰ ধুমধাম লাহে লাহে সাম কাটিল। মাজুদাদা আৰু মাজু ভিনিহী গল। তেওঁলোকৰ চাকৰীৰ ছুটী শেষ হল। ডাঙৰ বাইদেউ, মন, ময়ুৰী আৰু পঙ্কজ দাদা ছুটামান দিন থাকিল। আঠমঙ্গলাৰ পিছত কইণাক ঘৰ সুমুৱাই থৈহে তেওঁলোক যাব। এটা এটাকৈ সকলোবোৰ লেঠা মৰাত আইদেউৰ গালৈ তত্ আহিল। সংসাৰৰ ভাগৰে আইদেউক তেতিয়াহে হেঁচা মাৰি ধৰিলে। শোৱা পাটীতে আইদেউ বেছি সময় থকা হল।

এদিন দুপৰীয়াৰ কথা। আইদেউ টোপনীত লালকাল। ডাঙৰ বাইদেৱে মন আৰু ময়ুৰীক লগত লৈ কাৰোবাৰ ঘৰলৈ ওলাই গল। ডাঙৰ দাদা আগদিনাই মুকুলক লৈ গুৱাহাটীলৈ গল। উকিল দেউতা কাছাৰীলৈ গৈছিল। ঘৰখন নিজান হৈ আছিল। ঠিক সেই সময়তে মোৰ ভাব হল ঘৰটো বহুত দিন ভালকৈ সাৰিব পৰা নাই। মানুহ দুনুহ নাথাকোতেই ঘৰটো ভালকৈ সাৰি পেলাওঁ। হাতত সোতাটো লৈ মুকুলহঁতৰ পঢ়া কোঠালীটোকে পোনতে আৰম্ভ কৰোঁ বুলি কোঠালীটোৰ দুৱাৰ মুখ পালোগৈ। কোঠালীটোৰ পৰ্দাখন মেলি থোৱা আছিল। পৰ্দাখনৰ এটা কাষ দাঙি কোঠালীটোৰ ভিতৰত যিটো দৃশ্য দেখিলো, সেই দৃশ্যই মোক হাড়লৈকে কঁপাই তুলিলে। সেই দৃশ্য চাই থকাৰ ধৈৰ্য্য মোৰ নহল। ততাতৈয়াকৈ তাৰ পৰা আঁতৰি আহিলো। ঠাই সৰাও নহল। সোঁতাটো আগৰ ঠাইত থৈ পোনছাটেই শোৱা-পাটীত পৰিলোহি। মোৰ গাঁৰ কঁপনি উঠিল। ৰাণুবাইদেউলৈ মোৰ ঘিণ লাগিল। পঙ্কজদাদাও যে ইমান বেয়া লৰা হব পাৰে, ভাবিব পৰা নাছিলো। প্ৰথম দেখোঁতে তেওঁক যিমান ভাল লাগিছিল, এতিয়া সিমান বেয়া লগা হল। মানুহ যে ইমান নিলজ্জ



হব পাৰে, ভাবিব পৰা নাছিলো। মনতে মোৰ ভাব হল, ৰঞ্জন, চন্দন, পঙ্কজ—সকলোবোৰ ডেকা লৰা একেই। আৰু ৰাণু বাইদেউ? তেওঁক আইদেউৰ ওচৰৰ পালেংখনত শুই থকা হে দেখিছিলো। কেতিয়াযে উঠি গৈ এনে কদৰ্য্য কাৰ্য্যত লিপ্ত হল, বুজিব নোৱাৰিলোঁ। মোৰ ভাব হল, ডাঙৰদাদাৰ বিয়া নাপাতি এতিয়া ৰাণুবাইদেউকহে আগতে বিয়া দিব লাগিছিল।

লাহে লাহে আবেলি হল। আইদেউ শোৱাপাটীৰ পৰা উঠিল। আইদেউক উঠা দেখি ময়ো পাটীৰ পৰা উঠি আহি কামেকাজে লাগিলো। ডাঙৰবাইদেউহঁত ফুৰিচাকি তেতিয়াও ঘৰ পোৱাহি নাই। ৰান্ধনীবাপু আবেলিৰ চাহ জলপান কৰাত লাগিল। ৰাণুবাইদেৱে আহি ৰান্ধনীবাপুক চাহ কৰাত সহায় কৰিলে। তেওঁ এনে এটা ভাবত কাম কৰিলে, পঙ্কজদাদাৰ লগত হাঁহিমাতি কথাবতৰা পাতিলে যেন একো কথা হোৱাই নাছিল। কোনেও নজনাকৈ তেওঁলোকে যি কাম কৰিছিল, নিজচকুৰে দেখি মোৰ তেওঁলোকলৈ ঘিণ লাগিল। পঙ্কজদাদা সোনকালে ইয়াৰ পৰা গুচি যোৱাটোকে কামনা কৰিলোঁ।

ইয়াৰ মাজতে এবাৰ বাইৰ খবৰ লবলৈ গলোঁ। নিজান ঘৰখন দুপৰীয়া খন্তেকত আৰু নিজান যেন লাগিছিল। তাই মোৰ খবৰবাতৰি সুধিলে। নকইণাৰ কথা সুধিলে। বিয়াৰ দিনা তাইৰ হেনো যাবলৈ বৰ মন আছিল, পিছে আইদেৱেক যাব নোৱাৰাৰ কাৰণে তাইৰো যোৱা নহল।

বাইৰ মনটো আজিকালি মৰাই দেখোঁ। মূৰ ফণিওৱা, কাপোৰকানি কেইডোখৰ পৰিপাটীকৈ পিন্ধা—এইবোৰ কামত তাইৰ সমূলি মনকাণ নোহোৱা হৈছে। তাইক সেইদৰে দেখিলে মনটো মোৰ বৰ বেয়া লাগে। এই বিষয়ে একো কবও নোৱাৰোঁ। কিবা কলেই তাই গাঁৱলৈ যোৱাৰ কথা উলিয়াব। কিন্তু যিটোকে ভয় কৰিছিলো, সেইটোৱে হল। বায়ে সুধিলে: “ৰঙাই, গাঁৱলৈ

যোৱাটো কি কৰিলি? আমি সোনকালেই যাওঁগৈ বল।" তাইৰ কথাত একো মাতিব নোৱাৰিলোঁ। গাঁৱলৈ যাবলৈ তাইৰ হেঁপাহ দেখি বেয়াও লাগিল। তাইক ফুচুলাবলৈকে কলো ঃ সোনকালেই যাম ৰ। পোনতে জুপুৰীঘৰ এটাকে সাজি ললেহে থাকিবগৈ পাৰিম।" তাই মোৰ কথাত পতিয়ন গল। একো নামাতিলে। অলপ পিছত ময়ো গুছি আহিলোঁ।

আঠমঙলাৰ পিছত নকইণাক লৈ ডাঙৰ দাদা গুৱাহাটীৰ পৰা আহিল। ডাঙৰ দাদা আৰু নবৌৰ কোঠালী আগতে মুকুল আৰু ৰাণুবাইদেৱে পঢ়া কোঠালীটোৱেই হল। ডাঙৰ দাদাৰ আগৰ কোঠালীটো মুকুলহঁতৰ পঢ়া কোঠালী হল। বৈঠকখানাৰ গাতে লগা সৰু কোঠালীটো ডাঙৰদাদাই পঢ়া কোঠালী কৰিলে। এইদৰে নবৌ অহাৰ পিছত ঘৰখনৰ অলপ সাল সলনি হল।

নকইণাক চাবলৈ কেইটামান দিন মানুহ আহি থাকিল। সকলো মানুহক চাহ জলপান খুৱাওঁতে সকুমুৰা এখন বিয়াৰ দৰেই হল। সকলো মানুহেই নকইণাৰ প্ৰশংসা কৰিলে। নকইণা অহাৰ দুদিনমানৰ পিছতে ডাঙৰ বাইদেউহঁত যাবলৈ ওলাল। মন, ময়ুৰী, পঙ্কজদাদা আৰু বাইদেউ পিছদিনা যাবগৈ। ডাঙৰ ভিনিহীয়ে গাড়ী পঠাই দিছে। আবেলি ডাঙৰ বাইদেউ, মন, ময়ুৰী আৰু পঙ্কজদাদাক লৈ বজাবলৈ ওলাল। পঙ্কজদাদা পিছে নগল। ৰাণুবাইদেউকো বাইদেৱে লগ ধৰিছিল। তেওঁ মূৰ কামুৰিছে বুলি যাব নোখোজিলে। পঙ্কজদাদা, ৰাণু বাইদেউ এইদৰে ঘৰত থাকি যাব খোজা দেখি মই বঢ়িয়াকৈ বুজিলো, সেইদিনাৰ দৰে আজিও তেওঁলোকে কিবা এটা কৰিব।

সন্ধিয়া চাকিবাতি লগোৱাৰ পিছত আইদেউ গোঁসাই ঘৰত সোমাল। আইদেৱে নবৌকো মাতি নিলে। উকিল দেউতা সদায় বহাৰ দৰে বাৰান্দা খনতে বহিলহি। ৰাণুবাইদেউ পঢ়া কোঠালীত থকাৰ কথা গম পাইছিলোঁ। আইদেউ গোঁসাইঘৰত



সোমোৱাৰ লগেলগে পঙ্কজদাদা গৈ ৰাণুবাইদেউৰ পঢ়া কোঠালীত সোমাল। মোৰ মগজত দুষ্ট বুদ্ধি এটা খেলালে। কোঠালীটো আওহতীয়া কাৰণে আন্ধাৰত থিয় হৈ পৰ্দ্দাৰ ফাকেৰে জুমি চাবলৈ সহজ হল। জুমি চাই দেখিলো, পঙ্কজদাদাৰ বুকুৰ মাজত ৰাণুবাইদেউ নোহোৱা হৈ গৈছে। আৰু চাব নোৱাৰিলো। গাৰ কঁপনি উঠিল। হাতত সাৰে ভৰিত সাৰে তাৰ পৰা আঁতৰি বাৰান্দাত থিয় হলোহি। গোঁসাই ঘৰত আইদেৱে পুথি পঢ়া শুনিলোঁ ঃ

"যিটো জন শুদ্ধ মনে হৰিত শৰণ লৈয়া
হৰিক সুহৃদ বুলি আছে।
হৰিৰ প্ৰসাদে সিটো বিঘ্নিৰ মুণ্ডত ভৰি
দিয়া হৰি গুণ গায়া নাচে॥
অব্যক্ত ঈশ্বৰ হৰি কি মতে পূজিবা তাঙ্ক
ব্যাপকত কিবা বিসৰ্জ্জন।
এতাৱন্ত মূৰ্ত্তিশূন্য কেনমতে চিন্তিবাহা
ৰাম বুলি শুদ্ধ কৰা মন॥"

আইদেৱে সুৰ লগাই গোৱা নামঘোষাৰ পদ ফাকি শুনি পাপৰ জগত এখনৰ পৰা ওলাই আহি পুণ্যৰ জগত এখনত সোমোৱা যেন লাগিল। উকিল দেউতাৰ ওচৰতে বহি পুথিপঢ়া একান্তমনে শুনিলোঁ। ঈশ্বৰৰ নামে মনলৈ শান্তি আনে, মন নিস্কলুষ কৰে— সেইখিনি সময়ত এইষাৰ কথাকে মনেপ্ৰাণে বিশ্বাস কৰিলোঁ।

পিছদিনা ডাঙৰ বাইদেউ, মন, ময়ুৰী আৰু পঙ্কজদাদা গলগৈ। তেওঁলোক যোৱাৰ পিছত ঘৰখন একেবাৰে ৰিঙা হৈ পৰিল। তথাপি নবৌ থকাত ঘৰখন ভাল লাগি থাকিল। ৰাণুবাইদেৱে দিনটো মনটো মাৰি থাকিল। পঙ্কজদাদাৰ কাৰণেই যে তেওঁৰ মনটো বেয়া, বুজিলোঁ।

দিনবোৰ আগবাঢ়ি গল। নবৌ এতিয়া নকইণা হৈ থকা নাই।

নবৌ কামিলা ছোৱালী। দুদিনতে বাহিৰ ভিতৰৰ সকলো কাম আগুৰি ললে। মুকুলৰ পঢ়াৰ তদাৰক লোৱাৰ পৰা আইদেউ, দেউতাৰ খোৱাৰ যতন লোৱালৈকে সকলোখিনি কাম নবৌয়ে নিয়াৰিকৈ চলাই নিব পৰা দেখি ঘৰৰ সকলোৱে ভাল পালে। "ঘৰৰ বৰ বোৱাৰী এনেকুৱা ঘৰধৰা হে হব লাগে" বুলি যেয়ে দেখিলে সেয়ে শলাগিলে।

একেজনী নন্দেক বুলি ৰাণুবাইদেউৰ লগত নবৌৰ যিখিনি মিলাপ্ৰীতি হব লাগিছিল, সিমানখিনি নাইহোৱা যেন লাগিল। ৰাণুবাইদেৱে প্ৰত্যেক কথাতে নবৌয়েকৰ দোষ দেখিবলৈ ধৰিলে নবৌৱেকে তাৰ বাবে অকণো খং বা বেয়া নেদেখুৱাই নন্দেকক মৰমৰ চকুৰেহে চালে। ৰাণুবাইদেৱে নবৌৰ আগত এনেকুৱা এটা ভাব দেখুৱায় যেন দেখাই শুনাই, কামেকাজে তেওঁ নবৌতকৈ বহুত ওপৰত। তেওঁৰ এই মনৰ ভাৱ নবৌৱে বুজে নে নুবুজে কব নোৱাৰোঁ, আলেঙে আলেঙে থাকিও মই হলে কথাটো বঢ়িয়াকৈ বুজি পাওঁ।

ৰাণুবাইদেউ ধুনীয়া ছোৱালী। কিছুমান দিনৰ পৰা তেওঁ বেচি ধুনীয়া হৈ পৰিছে। ইমান এটা ৰূপ আৰু যৌৱন লৈ তেওঁ নো কেনেকৈ ভাল হৈ থাকিব? তাতে তেওঁ দুৰ্ব্বল ছোৱালী। দুৰ্ব্বল কাৰণেই ৰঞ্জনৰ দৰে, পঙ্কজৰ দৰে লবাই আসৈ পাইছিল। ৰাণুবাইদেউৰ বিষয়ে মই এনেকৈয়ে ভাবো। ৰাণু বাইদেউ যদি ভাল হয়, ভাল লবাৰ লগত বিয়াবাৰু হৈ যায়, তেতিয়া আইদেউহঁতে যিমান সন্তোষ পাব, ময়ো সিমানেই পাম।

আইদেৱে মাজে মাজে নবৌক ইঘৰ সিঘৰলৈ ফুৰাবলৈ নিয়ে। ৰাণুবাইদেউকো আইদেৱে লগ ধৰে। তেওঁ পিছে আজিকালি কলৈকো নাযায়। ফুৰাচকা একেবাৰে বাদ দিছে। সেইদিনাও আইদেৱে নবৌক লৈ ফুৰিবলৈ গৈছিল। মুকুল খেলিবলৈ গৈছিল। ডাঙৰ দাদাও ঘৰত নাছিল। ৰাণুবাইদেউ শোৱাপাটীত পৰি



আছিল। তেওঁৰ হেনো মূৰ কামুৰিছিল। ৰাণুবাইদেৱে মোক মাতি কলে মূৰটো পিতিকি দিবলৈ। টেমা এটাৰ পৰা দৰৱ সানি তেওঁৰ মূৰটো পিতিকি দিলোঁ। ৰাণুবাইদেউক আগতে এইদৰে মূৰকামোৰণিত পৰি থকা দেখা নাছিলোঁ। তেওঁৰ ছাগে বৰকৈ মূৰ কামুৰিছে।

দৰৱ সানি খুব যতন কৰি মূৰ পিতিকি দিলোঁ। ৰাণুবাইদেৱে ছাগে বৰ ভাল পাইছিল—তেওঁ চকুদুটা মুদি পৰি আছিল। এইদৰে পৰি থাকোঁতে তেওঁক বৰ ধুনীয়া দেখাইছিল। ৰাণুবাইদেউ সচাঁকৈয়ে ধুনীয়া ছোৱালী। কেঁচা হালধীৰ দৰে গাৰ বৰণ তেওঁৰ। মূৰ পিতিকি থাকোঁতে মাজে মাজে তেওঁ কেঁকাইছিল। এবাৰ হঠাতে চকু মেলি চাই মোক কলে: 'তই মাটিত বহিছ কেলেই? ওপৰত বহি লচোঁন। মূৰৰ শিতানতে বহ।" ওপৰত বহিবলৈ মই কোছ খাইছিলোঁ। তেওঁ আকৌ কলে: "একো নহয় বহ।" মই বহোঁ নবহোঁকৈ বহিলোঁ। লগে লগে মোৰ হাতখন বুকুলৈ টানি নি কলে: "ইয়াতো মোহাৰি দেচোঁন। উস্ মই আৰু নোৱাৰো সহিব। বৰ বিষাইছে।" ৰাণুবাইদেউৰ কি অসহনীয় যন্ত্ৰণা হৈছিল, বুজিও নুবুজাৰ দৰে হৈ পৰিছিলো। লগে লগে ব্লাউজৰ ওপৰত ওলাই থকা বুকু ডোখৰত হাত মোহাৰি দিলোঁ। কপাহৰ দৰে কোমল সেই ডোখৰত হাতবুলাই ময়ো কিবা এটা তৃপ্তি পাইছিলোঁ। ৰাণুবাইদেউৰ যন্ত্ৰণা বেচি হৈ গৈছিল হবলা। মোৰ হাতখন তেওঁ বাৰে বাৰে টানি নি তেওঁৰ কোমল বুকুখনত লগাই দি হাতেৰে হেঁচি ধৰি চিঞৰি উঠিছিল 'উস', 'উস' বুলি। বুকুখন মোহাৰি থাকোতে মোৰ পঙ্কজদাদালৈ বৰকৈ মনত পৰিছিল। ৰাণুবাইদেউৰ শৰীৰত ইমান এটা লোভনীয় বস্তু লুকাই আছিল বুলি আগতে ভাবিব পৰা নাছিলোঁ। তেওঁৰ কোমল বুকুখনত হাত মোহাৰি থাকোঁতে মই নিজকে পাহৰি গৈছিলোঁ। এটা সময়ত মোৰ হাতখন ব্লাউজৰ ভিতৰলৈ সোমাই গৈছিল।

ৰাণুবাইদেউৰো কিজানি ভাল লাগিছিল—তেওঁ নিতাল মাৰি পৰি আছিল। কিমান সময় এনেকৈ পাৰ হৈছিল কব নোৱাৰোঁ। বাহিৰত তেতিয়া এন্ধাৰ হৈছিল। হঠাতে বাৰান্দাত কাৰোবাৰ জোতাৰ শব্দ শুনি ৰাণুবাইদেউ জাপ মাৰি উঠিল। তেওঁ মোক ফুচফুচাই কলে: 'দাদা আহিছে, তই বিছনাৰ তলত লুকাই থাক।" ময়ো ভয় খাইছিলোঁ। তেওঁৰ কথামতে শোৱাপাটীৰ তলত লুকাবলৈ যত্ন কৰিলোঁ। ইতিমধ্যে ডাঙৰ দাদা কোঠালীলৈ সোমাই আহিছিল। মোক ডাঙৰদাদাই দেখিছিল হবলা। সুধিলে: "বিছনাৰ তলত সেইটো কোন?"

ডাঙৰদাদাই সেইদৰে সোধা শুনি মই শোৱাপাটীৰ তলতে কপিছিলোঁ। ৰাণুবাইদেৱেও ভয় খাইছিল। তেওঁ কলে: "কোন জানো? কোন?" ইয়াৰ পিছত আৰু লুকাই থকাৰ লাভ নাই। শোৱাপাটীৰ তলৰ পৰা ওলাই আহিলোঁ। ৰাণুবাইদেৱে নিজকে সকৃৱাবলৈকে মোৰ গাত সকলো দোষ জাপি দি কলে: "ৰঙাই এইটো। ই জানো মোৰ বিছনাৰ তলত কি কৰে? কেবাদিনো দেখিছোঁ, ই মোৰ বিছনাৰ তলত এইদৰে সোমাই থাকেহি।"

ৰাণুবাইদেৱে ইমান এষাৰ মিছা কথা কব বুলি ভাবিব পৰা নাছিলোঁ। ইয়াৰ পিছত মোৰ কি শাস্তি হব, ভাবিবলৈকে ভয় লাগিল। লাহে লাহে তেখেতৰ আগেদিয়েই কোঠালীৰ পৰা ওলাই আহিলোঁ। আচৰিত কথা, ডাঙৰ দাদাই মোক একো নকলে, ৰাণুবাইদেউকো একো কোৱা নুশুনিলোঁ।

কিছুসময়ৰ পিছত আইদেউ আৰু নবৌ ফুৰি আহি ঘৰ সোমাল। আইদেৱে কপোৰকানি সলাই হাতভৰি ধুই গোঁসাইঘৰত সোমাল। সেইখিনি সময়ত মোৰ কৰিবলৈ কাম একো নাথাকে। আন্ধাৰে মুন্ধাৰে মোৰ শোৱাপাটীতে বহি থাকিলোঁ। গোটেই কথাটো আদিৰে পৰা অন্তলৈকে চিন্তা কৰিলোঁ। কি কাৰণে কি হৈ গল, ভাবি ওৰ নোপোৱা হলো। আইদেৱে পুথি পঢ়িছিল। পুথি পঢ়া



শুনি শুনি মনৰ সকলো বেয়া ভাব আঁতৰাবলৈ যত্ন কৰিলোঁ। তথাপি ডাঙৰ দাদালৈ ভয় লাগি থাকিল। ডাঙৰ দাদাই একো নকৈ মনে মনে থকা দেখি বেচিহে ভয় লাগিল।

নিশা শোৱনীকোঠাত আইদেউৰ লগত ডাঙৰদাদাই ভালেমান পৰ কথাবতৰা পাতি থকা শুনিলোঁ। মোৰ বুজিবলৈ বাকী নাথাকিল, তেখেত সকলে কি কথা পাতিছে। ইয়াৰ পাচত যে মোৰ নগুৰ শাস্তি হব, বঢ়িয়াকৈ জানিলোঁ। ৰান্ধনীবাপুৱে এদিন মোক কৈছিল 'তোক তপত ভাতৰ ধোঁৱাই পাইছে। কথাষাৰ একেবাৰে সচাঁ। মোক তপত ভাতৰ ধোঁৱাই পালে। নহলেনো জানি শুনি এনেকুৱা গৰ্হিত কাম কৰিবলৈ আগ বাঢ়িলো কেলেই? ৰাণুবাইদেউক জানো মই চিনি পোৱা নাছিলোঁ?

নিশা খাইবৈ পাটীত পৰিলোহি। আকৌ সেই আবেলিৰ ঘটনাটোৱে মোক আগুৰি ধৰিলে। নাভাবো বুলি থাকোঁতেও সেইবোৰ কথায়েই মনত ঠাই ললেহি। ডাঙৰদাদাই ৰাণুবাই-দেউক আগতেও এনেকুৱা কামত ধৰা পেলাইছিল! তেওঁৰ ওপৰত যে ডাঙৰ দাদাৰ বিশ্বাস নাই, বঢ়িয়াকৈ জানোঁ। আজি ইমান বছৰে এটা বেয়া কাম নকৰাকৈ, এটা পইছাৰ হিচাব ইফাল সিফাল নকৰাকৈ কটালো ডাঙৰদাদা বা আইদেৱে সেই কথা মনত পেলাই আজি মোক ক্ষমা নকৰিবনে? ৰাণুবাইদেৱে নিজক সকৃৱাবলৈ গৈ মোক বাৰু কিয় মিছাত পেলালে? কথাবোৰ ভাবি ভাবি চকুৰ পানী ওলাবলৈ ধৰিলে। কিবা কুগ্ৰহৰ ফলতহে মোৰ দশা এনেকুৱা হল। এইবোৰ চিন্তা কৰোঁতে কৰোঁতে টোপনী নহা হল।

এইদৰেই ৰাতিপুৱাল। চকু কেইটা ৰম্‌ৰমাবলৈ ধৰিলে। শৰীৰ আৰু মনলৈ অকণো উৎসাহ নহা হল। যন্ত্ৰৰ দৰে কামবোৰ কৰি গলোঁ। ভয়ত মনটো মাজে মাজে জিকাৰ খাই উঠিল। চাহতাহ খোৱাৰ পিছত আইদেৱে মোক মাতিলে। এইবাৰ মোৰ চুলিৰ আগেৰে ধাতু উৰি যাওঁ যাওঁ অৱস্থা হ'ল। ভয়ে ভয়ে

আইদেউৰ সমুখত থিয় হলোগৈ। আইদেউৰ গহীন মুখখন দেখি মোৰ বেছিহে ভয় লাগিল। আইদেৱে কলে ঃ "শুন ৰঙাই, মই এটা কথা ভাবিছোঁ। তই ডেকা হলি। আমাৰ ঘৰতে আজীৱন চাকৰ খাটি থাকিবিনে ? তোৰ নিজৰো এটা ভৱিষ্যত আছে। বায়েৰ জনী আছে। তাইৰো ভৱিষ্যত এটা আছে। তই এটা কাম কৰ। গাঁৱলৈ যাগৈ। তাতে খেতিবাতিত লাগগৈ। তহঁতৰ মাটিবাৰী অলপ আছে নহয় হবলা ?"

মই তল মূৰ কৰি থকাৰ পৰাই 'আছে' বুলি শলাগিলোঁ।

"তেনেহলে ভালেই হৈছে। খেতিবাতিত লাগগৈ, পা-পইছা যি লাগে, মই দিম। কিবা লাগিলে আহিবি, আমি আছোৱেই। মুঠতে তোৰ কিবা এটা ভাল দেখিলে আমি সন্তোষ পাম, বুজিছ ?" আইদেৱে কৈ গল।?"

আইদেউৰ কথাখিনি শুনি বঢ়িয়াকৈ বুজিলো, আগদিনাৰ ঘটনাটোৰ কাৰণেই আজি মই যাব লগা হলো। এইখন ঘৰ এইদৰে এৰি যাব লাগিব বুলি ভাবিবকে পৰা নাছিলোঁ। কথাটো ভাবি একে ঠাইতে থিয় হৈ আছিলোঁ। বেজাৰে বুকুখন হেঁচা মাৰি ধৰিছিল। চকুৰ পানী ওলাওঁ ওলাওঁ হৈছিল। আইদেউৰ মাততহে মোৰ গালৈ চেতনা আহিল। আইদেৱে কলেঃ "বেলি নকৰিবি। কাপোৰকানি কেইটা গোটাই সোনকালেই যাগৈ।"

আইদেৱে তেনেকৈ কোৱাত মোৰ বেচিকেহে বেজাৰ লাগিল। আইদেৱে মোৰ কথা এবাৰো চিন্তা কৰি নাচালে। গাৱঁলৈ যামগৈ হয়, কিন্তু ক'ত থাকিম, কি কৰিম চিন্তা কৰিবলৈ আইদেৱে সময় অলপো নিদিলে। আইদেউক বৰ নিষ্ঠুৰ যেন লাগিল। অৱশ্যে ডাঙৰ দাদায়েই আইদেউক এই সিদ্ধান্ত লবলৈ বাধ্য কৰাইছে, বুজিলোঁ।

আইদেউৰ ওপৰত অভিমান হল। তেখেতে দিয়া কাপোৰ কানি একোকে নললো। কম্বলখন, ডাঠ কাপোৰখন, ছুৱেটাৰটো,



সতৰঞ্চিখন আটাইবোৰ জাপিকুছি শোৱাপাটীতে থৈ মাজুদাদাই দিয়া কাপোৰ সাজ লৈ ওলাই আহিলোঁ। ডাঙৰ দাদা, নবৌ, ৰাণু বাইদেউ কাকো নেদেখিলো। মুকুলেহে বাৰান্দাত থিয় হৈ মোলৈ চাই আছিল।

যিয়েই নহওক, মোৰ জীৱনৰ অথায় সাগৰত আইদেউৰ আশ্ৰয় আছিল এডাল কূটাৰ দৰে। সেই কূটাকে সাৱটি জীৱনত পাৰ পাইছিলো। নহলে সেই সাতবছৰ বয়সতে জীৱন ধুমুহাত কৰবাত নোহোৱা হৈ গলোহেঁতেন।

উকিল দেউতা কাছাৰীলৈ যাবলৈ বুলি গা পা ধুবলৈ ওলাই আহিছিল। মোক দেখি গা ধুবলৈ পানীছুনি যতনাই দিছোনে সুধিলে। মই কি কওঁ ভাবোতেই আইদেৱে কলেঃ "পানী আপোনাক বাপুৱে দিব বাৰু। তাক গাঁৱলৈ যাবলৈ কৈছোঁ।"

উকিল দেউতাই কথাষাৰ শুনি আচৰিত হৈছিল। তেখেতে কলেঃ "কিয় ?" কেলেই যাবলৈ ওলাল ? সি গলে তোমাৰ আহুকাল নহব জানো ?"

উকিল দেউতাই এইদৰে ভালেমান প্ৰশ্ন কৰিলে যদিও আইদেৱে একো নামাতিলে। উকিল দেউতাক সেৱা কৰিলোঁ। ৰান্ধনী বাপুক মাত লগালোঁ। বাপুৰ কিজানি বেয়া লাগিছিল। গালেমুখে হাত মোহাৰি কলেঃ "যাগৈ। ঈশ্বৰে তোৰ মঙ্গল কৰক।" দুখেবেজাৰে মই জৰ্জ্জৰিত হৈ পৰিলো। লাহে লাহে চোতাল পালোহি। আইদেৱে মোক মাতিলেঃ "হোঁ লচোঁন, এই ছকুৰি টকা লৈ যা। ইয়াৰে খেতিবাতিৰি কিবা ব্যৱস্থা কৰগৈ। টকা পইচা আৰু যি লাগে মই দিম। তই আহি থাকিবি।"

টকাকেইটা হাত পাতি লবৰ ইচ্ছা নাছিল। পিছে ভাবিলো, আমাৰ নিচিনা দুখীয়া মানুহৰ মান অভিমান একোৱে নুশুৱায়। আমি সকহৈ থাকিবই লাগিব। টকা কেইটা হাত পাতি ললোঁ। তাৰ পিছত পিছফালৰ বাটটোৱেদি ওলাই আহিলোঁ।

প্ৰায় এঘাৰ বছৰৰ আগৰ সেই দিনটোৰ কথা মনত পৰিল, যিদিনা গাঁওবুঢ়া ককাৰ লগত প্ৰথম এইখন ঘৰলৈ আহিছিলো। এঘাৰটা বছৰ যিখন ঘৰত থাকি ইমান ডাঙৰ হলোঁ, সেইখন ঘৰৰ মোহ এৰিবলৈ বৰ টান হল। আজি মনত যিমান কষ্ট পাইছোঁ, তাহানি গাওঁ এৰি চহৰলৈ আহিবলৈ পায়ো সিমান কষ্ট পোৱা নাছিলোঁ।

উকিলৰ ঘৰৰ পৰা ওলাই আহি বজাৰৰ পিনে খোজ ললোঁ। বজাৰত হৰিশৰ দোকানত অলপ সময় বহিলোঁ। উকিলৰ ঘৰৰ পৰা একেবাৰে অহাৰ কথা তাক নকলো, কৈ লাভ নাই। দোকানতে বহি বাইক লগ পাই যাম নে নেযাম, কথাষাৰ চিন্তা কৰিলোঁ। বাইক মই গাঁৱলৈ যোৱাৰ কথা কলে তাই কিজানি লগতে যাবলৈ ওলাব। ঘৰদুৱাৰ ঠিক কৰি তাইক নিমহি বুলি কব লাগিব। মনতে গুণাগঁথা কৰি বজাৰৰ পৰা ওলাই মৌজাদাৰৰ ঘৰৰ পিনে খোজ ললো। বহুত বেলি হল। আৰু বেলি কৰিলে, গাঁও পাওঁতে নিশা হবগৈ।

বাইক গাঁৱলৈ যোৱাৰ কথা কোৱাত তাই বৰ ৰং পালে। কাহানিকৈ যাব লাগিব, তাই মোক আগ্ৰহেৰে সুধিলে। তাই কিজানি ভাবিছিল, তাইকো লগতে এইবাৰ লৈ যাম বুলি। তাইক বুজাই কলোঁ: "আজি মই যাওঁগৈ। তোক লাহে-ধীৰে নিমহি। কিজানি এই মাহটোৰ ভিতৰতে তোক নিবহি পাৰিম।" মোৰ কথা শুনি তাইৰ মুখখন মোলান পৰি গল। চকুদুটা পানীৰে ভৰি পৰিল। তাইক কন্দা দেখি মোৰ মনটো আৰু বেয়া হৈ পৰিল। তথাপি তাইক নেদেখুৱাই মাত লগাই ওলাই আহিলোঁ। গাঁৱলৈ বুলি বাট লওঁতে ভাবিলো, পোনতে ককাৰ ঘৰতে দুটামান দিন আশ্ৰয় লবগৈ লাগিব।

* * * * *

গাঁও পাওঁতে নিশা হল। দিনটো খোৱাবোৱা নাই, ভোক বৰকৈ লাগিছিল। নিশা হোৱাত হওঁতে বেয়া নাপালোঁ। বাটত



ইযোৱা সিযোৱাই লগ পালে, গাঁৱলৈ অহাৰ কৈফিয়ৎ দিব লাগিব। গোটেই গাঁওখন নিজান পৰি আছিল। কোনো কোনো ঘৰত চাকি জ্বলি থকা দেখিলোঁ। কৃষ্ণপক্ষৰ নিশা বাটত এধানমানো পোহৰ নাই। উমানে উমানে খোজ কাঢ়ি গৈ আছোঁ। সিফালৰ পৰা মানুহ এজন অহা গম পালোঁ। মোৰ খোজৰ গতি খৰ আছিল। ওচৰ চাপোতেই মানুহজনে সুধিলে: "কোন অ' সেইটো?"

—"মই ৰঙাই, চহৰৰ পৰা আহিলো।" কথাষাৰ কৈ আকৌ খোজ দিলো।

গাঁওবুঢ়া ককাৰ ঘৰত চাকি দেখি ভাল লাগিল। ককা পাটীত পৰিলেও সোণতৰাহঁত শোৱা নাই ছাগে। চোতালত থিয় হৈ মাত দিলো: ককা।

"কোন অ'?"—ভিতৰৰ পৰা মাত আহিল। সেইটো ককাৰ মাত। ককা শোৱা নাই বুলি জানি সকাহ পালোঁ।

—"মই ৰঙাই। চহৰৰ পৰা আহিলোঁ।" মোৰ মাতষাৰ শুনিয়েই হৰেনে হাতত চাকিটো লৈ ওলাই আহিল।

—"নিশা ওলালিহি দেখোন" হৰেনে সুধিলে।

—'আহিলো আৰু' বুলি কৈ হৰেনৰ পিছে পিছে ভিতৰ সোমালোগৈ। ককাই জুই ফুৱাই আছিল। সোনতৰাই বোধকৰো ভাত ৰান্ধি আছিল। তায়ো হাতত চাকীটো লৈ আখলৰ দুৱাৰ মুখত থিয় হৈ মোলৈ চালে। নিশা গৈ ওলোৱাত ককা, সোনতৰা, হৰেন—তিনিও আচৰিত হৈছিল, হবৰে কথা। মই যিমান পাৰো সহজ হবলৈ চেষ্টা কৰিলোঁ। ককাই বাইৰ কথা সুধিলে।

—"তাইক আহিবৰ সময়ত কৈ আহিছোঁ, এমাহৰ ভিতৰতে তাইক আনিম বুলি। ইতিমধ্যে ময়ো পাৰিলে জুপুৰী ঘৰ এটা সাজি লওঁ"—মই কলোঁ।

—উকিলৰ ঘৰৰ পৰা একেবাৰে আহিলি নেকি?" ককাই সুধিলে।

—একেবাৰে আহিলোঁ। খেতিবাতি কৰোগৈ বুলি কোৱাত আইদেৱে বিদায় দিলে। টকা ছুকুৰিও দিছে। লাগিলে আৰু দিব বুলিও কৈছে।" চহৰৰ পৰা আহোঁতে ভাবি আহিছিলোঁ, ককাক সকলো কথা খুলি কম। কিন্তু সেই মুহূৰ্ত্তত ককাক মিছা কথা এষাৰহে কলোঁ। আচল কথাষাৰ কবলৈ সাহ নহল।

সোনতৰাৰ ভাত হৈছিলেই। হোৱা ভাতত আলহী হবলৈ বেয়া লাগিল। ইপিনে ভোকত তবণিও পোৱা নাই। সোনতৰাই চাহপানী তপতাব খুজিলে। মই হাক দি কলো ঃ "নালাগে দে। আছে যদি দুটামান ভাতকে দিবি, তাকে খাম।

সোনতৰাই কিবা কবলৈ নৌ পাওঁতেই ককা আৰু হৰেন দুয়ো একেলগে কৈ উঠিল ঃ "ভাত নহব কেলেই অ'? তোক তাই চাহপানীৰ কথাহে সুধিছে?

সোনতৰা বাইৰ লগৰ ছোৱালী। একেলগে খেলিছিলো, নাম কাঢ়ি মাতিছিলো। এতিয়া তাই ককাৰ বোৱাৰীয়েক হল। তাতে হৰেনক আমি ককাই বুলি মাতো। আমাতকৈ হৰেন ভালেমান ডাঙৰ। সেইপিনৰ পৰা সোনতৰাক নাম ধৰি মাতিবলৈও বেয়া হল। বৌ বুলিবলৈও খোকোজা লগা হল। গতিকে সোনতৰাক একো বুলি নামাতি তয়ঁাহয়ঁা কৰিয়েই কথা পাতোঁ।

সোনতৰাই ককা, হৰেন আৰু মোক ভাতবাঢ়ি দিলে। ভাত কেইটা খাই বৰ তৃপ্তি পালোঁ। ভাত খাই থাকোঁতে মন কৰিলো, ককাই আগৰ বাৰ দেখাতকৈ গাটো অলপ টঙাইছে। ককাৰ শৰীৰৰ উন্নতি দেখি মনটো ভাল লাগিল। এতিয়াৰ পৰা ককাৰ ওচৰতে থাকিম বুলি কথাষাৰ ভাবিও ভাল লাগিল। বাইকো আনি লব পাৰিলে আৰু মোৰ চিন্তা নাই।

যিটো কথাৰ কাৰণে ভয় কৰিছিলোঁ তাকে হল। ককাই মৌজাদাৰৰ মৃত্যুৰ কথা উলিয়ালে। ককাই মোক সুধিলেঃ "তই গৈছিলিনে?" মই 'গৈছিলো' বুলি কলোঁ। হৰেনে মোলৈ চাই চকুৰ



টিপ মাৰিলে। মই বুজিলো, সেই বিষয়ে কথা নবঢ়াবলৈ হৰেনে চকুৰ টিপ দিছে। ককাই এইবিষয়ে বহুত কিবাকিবি সুধি থাকিল। ময়ো 'ওঁ', 'হয়' আদি সমিধান দি প্ৰশ্নবোৰৰ গা এৰা দিবলৈ যত্ন কৰিলোঁ।

ককাই মৌজাদাৰনী আইৰ কথাও সুধিলে। তেখেতৰ আচল খবৰটো কবলৈ হলে ককাই বেজাৰ পাব। গতিকে মিছা মাতিবলৈ বাধ্য হলোঁ। মই কলোঃ "আইক লগেই নাপাওঁ। বাহিৰে বাহিৰে বাইক লগ ধৰি গুছি আহোঁ। তাকো আজি ভালেমান দিন যাবই পৰা নাই। উকিলৰ বৰ পুতেকৰ বিয়া হৈ গল নহয়। বিয়াত লাগি থাকোঁতে ভালেমান দিন একেবাৰে উশাহনোপোৱাৰ দৰে অৱস্থা। তাতে গৰুৱে গাইয়ে বাহিৰৰ গোটেইখিনি জঞ্জাল মোৰ ওপৰতে। বান্ধনীবাপুৱে ভিতৰৰ জঞ্জালখিনি মাৰে। নছোৱালীও পিছে বৰ কামিলা দেই।" কথাৰ প্ৰসঙ্গ সলাবলৈকে ইমানবোৰ কথা কৈ গলোঁ। ককায়ো উকিলৰ ঘৰৰ কথা সোধাত মই সকাহ পালোঁ। উকিলৰ ঘৰৰ কথা কওঁতে মনটো সেমেকি আহিল। সেই খন ঘৰ চিৰ দিনলৈ এৰি অহিলোঁ, কথাষাৰ ভাবি বেজাৰ লাগিল।

খাইবৈ উঠি ককা বেচি সময় নবহিল। ককা উঠি যোৱাৰ পিছত সোনতৰা, হৰেন আৰু মই তিনিও জুইৰ ওচৰত বহি কথা পতাত লাগিলো। ককাৰ শৰীৰৰ কথা ওলালত সোনতৰাই কলেঃ "আগতকৈ অলপ টনকিয়াল হৈছে। গাঁও খনতে ইঘৰ সিঘৰ ফুৰিব পাৰে। গুৱাহাটীয়াই পুথি পঢ়াও শুনেগৈ।" ককাৰ শৰীৰৰ উন্নতিৰ কথা শুনি ভাল পালোঁ।

ইটো সিটো কথা পাতি পাতি মোৰ নিজৰ কথা উলিয়ালোঁ, হৰেনহঁতক সকলো কথা কবই লাগিব কাৰণ নিজে কিবা এটা কৰিব নোৱাৰালৈকে সিহঁতৰ আশ্ৰয়তে কেইটামান দিন থাকিব লাগিব। হৰেনহঁতক ৰাণুৰ কথা কলো। ৰাণুৰ পাকচক্ৰত পৰি

মোৰ কেনেকৈ মতিভ্ৰম হল, সেইখিনিও পাকেপ্ৰকাৰে কলো। পিছে ৰাণুৰ লগত হোৱা আগদিনা আবেলিৰ কথাখিনিহে কব নোৱাৰিলো। সকলোখিনি কথা শুনাৰ পিছত হৰেনে সাহস দি কলেঃ "তই চিন্তা নকৰিবি, আমি আছোঁ। তোক যি পাৰো দিহাভৰনা, বয়বস্তু দি হলেও সহায় কৰিম। তহঁতৰ মাটিডোখৰ পিতায়ে বোধকৰো খেতি কৰিবলৈ মনাই ককাইক দিছিল। এপাল লৰাছোৱালীৰে বেচেৰা মানুহটোৰ পানীত হাঁহ নচৰা অৱস্থা। মাটি এডোখৰ নাই, খেতিবাতি কৰি খাবলৈ। সদায় দিন ভিক্ষা প্ৰাণ ৰক্ষা। সিহঁতৰ দুৰৱস্থা চাই থাকিব নোৱাৰি পিতায়ে তহঁতৰ মাটীডোখৰকে দিলে খেতি কৰি খাবলৈ। আজি দুবছৰমানৰ পৰা তেও মানুহঘৰে ৰক্ষা পাইছে।"

হৰেনৰ কথা শুনি ভাবিলো, মাটি এডোখৰ আছে বুলি শুনিছোঁহে। ক'ত আছে, কিমান মাটি একোকে নাজানো। খেতি বাতিৰ বিষয়েও জ্ঞান নাই। কেনেকৈ কি কৰিম চিন্তা কৰি ওৰ নোপোৱা হলোঁ। তাতে মাটিডোখৰত মনাই ককায়ে যদি খেতি কৰি খাই আছেই, তাৰ পৰা কাঢ়ি ললে লৰাছোৱালী জাকৰ বধ লোৱা নহব জানো? তথাপি হৰেনক সুধিলোঃ "আমাৰ মাটিনো কিমান? ক'ত আছে?"

হৰেনে কলেঃ "সেই মৰিশালি খনৰ ওচৰতে তহঁতৰ মাটি-ডোখৰ। মাটি কিমান মই নাজানো, পিতায়েহে কব পাৰিব। কাইলৈ ওলাবি, মাটি ডোখৰ তোক দেখুৱাই দিমগৈ। পিছে তাৰ আগতে পিতাইৰ লগত কথাবতৰা হবি। তোৰ কপাল ভাল। আজি অতবছৰে তো মাটিডৰা চন পৰি আছিল। মনাইককায়ে খেতি কৰাৰ পৰা মাটিডৰা ভাল হল। এতিয়া তোৰ বিশেষ কষ্ট নহব।"

কথাবতৰা বোৰ শুনি মোৰ চিন্তা বাঢ়িলহে। খেতি কৰিবলৈ মাটি ডোখৰ যেনিবা আছে। পিছে নাঙল যুঁৱলী পাম ক'ত, গৰু



পাম ক'ত? এইবোৰ কথা ভাবি একো উৱাদিহ নোপোৱা হলোঁ।

নিশা পাটীত পৰাৰ লগে লগে ৰান্ধনীবাপুলৈ মনত পৰিল, উকিলৰ ঘৰখনলৈ মনত পৰিল। ইমান বছৰৰ পুৰণি বান্ধোন এটা ছিঙি আহি নিজৰ গাঁওখনকে আচহুৱা যেন লাগিছে। তাতে খেতিবাতিৰ একো আওভাও নাপাওঁ। ইমান কষ্টও জানো কৰিব পাৰিম? তথাপি যি হব লগা আছিল হল বুলি সেই বিষয়ে ভাবিবলৈ এৰি দি নতুনকৈ জীৱনটো আৰম্ভ কৰিবলৈ মনত সাহ গোটালোঁ। গাঁৱৰ প্ৰত্যেকজন মানুহে খেতি কৰিছে, মই নোৱাৰাৰ কোনো কাৰণ নাই।

মাজনিশা মানতহে চিলমিলকৈ টোপনী আহিছিল। সপোনত দেখিলো, ৰাণুবাইদেউ মোৰ ওচৰলৈ আহিছে। ধুনীয়া কাপোৰ সাজে তেওঁক আৰু ধুনীয়া কৰিছে। তেওঁ হাতদুখন মেলি মোলৈ আগবাঢ়ি অহা দেখি ভয়তে মই পিচুৱাই আহিছোঁ। ইমান ধুনীয়া দেখিছে যদিও তেওঁক এজনী ৰাক্ষসীনী যেনহে লাগিল। চকু চাট মাৰি যোৱা ৰূপটোৰ আঁৰত মই যেন এটা ভয়ঙ্কৰী ৰূপ দেখিবলৈ পালোঁ। মোক অপকাৰ কৰিবলৈকে যেন তেওঁ হাত মেলি আগবাঢ়ি আহিছে। তেওঁৰ পৰা হাত সাৰিবলৈ পিছুৱাই আহি থাকোঁতে খাল এটাত পৰিলোহি, লগে লগে সাৰ পালোঁ। সাৰ পাই সপোনটোৰ কথা ভাবি বৰ আচৰিত লাগিল। ৰাণুবাইদেউৰ প্ৰতিমূৰ্ত্তিয়ে মোক এতিয়াও গা এৰা দিয়া নাই। হয়তোবা মোৰ প্ৰতি অন্যায় কৰি তেওঁৰ খেদ হৈছে। হোৱাটো খুব স্বভাৱিক কথা।

সপোনটোৰ কথা পাহৰিবলৈ যত্ন কৰি বাগৰ সলাই শুই থাকিলোঁ। পুৱা উঠোতে পলম হল। তেতিয়া হৰেন, ককা, সোনতৰা তিনিও উঠিল। সোনতৰাই চোতালঘৰ সাৰি গা তিয়াই আহি আখলত সোমাইছিল। ইমান বেলিলৈকে শুই থাকি লাজ লাগিল। ককাই কিবা কয় বুলি ভয়ো লাগিল।

পিছ চোতালত ৰ'দজাক ভালকৈ পৰিছিল। ককাই তাতে বহি ৰ'দ পুৱাইছিল। ময়ো ককাৰ ওচৰতে বহিলোঁ। সোনতৰাই চাহ-পানী আনি ককাকো দিলে, মোকো দিলে। চাহপানী অনা দেখি হৰেনো আমাৰ ওচৰতে বহিলহি। তিনিও চাহ-পানী খালোঁ। চাহ খাই থাকোতে হৰেনে ককাক সুধিলেঃ "পিতাই ৰঙাইহঁতৰ খেতিৰ মাটী এডোখৰ আছিল নহয়?"

—"আছে, আছে। মনাইক যে খেতি কৰিবলৈ দিছো, সেই ডোখৰ মাটিয়ে।" ককাই মনাইককাইৰ দুৰৱস্থাৰ কথা কলে। আগদিনা নিশা হৰেনে কোৱা কথাখিনিকে ককাই কলে। অলপ সময় মনে মনে থাকি ককাই কলেঃ "এতিয়া মনাইক কব লাগিব মাটিডোখৰ দিবলৈ।"

"ককা, এটা কথা নহয়। মাটিডোখৰত মনাই ককাইয়ে খেতি কৰি আছেই। মানুহজনৰ হেনো খাৱৰীয়াও এজাক। মাটিডোখৰ হঠাতে কাঢ়ি ললে, মানুহজনৰ আহুকাল নহব জানো? সেই কাৰণে মই ভাবিছোঁ, মনাই ককাইয়ে খেতি কৰি থাকক, ময়ো যি পাৰো সহায় কৰি দিম। তাৰ সলনি মোক যি দিয়ে, তাকে দিব। মই এটা মানুহহে। নহলে, বৰ্ত্তমান মোৰ নাঙল নাই, যুঁৱলী নাই, গৰু নাই। মইনো কৰোঁ বুলি খেতি আৰম্ভ কৰোঁ কেনেকৈ? মনাই ককাইৰ লগত কামত লাগিলে, খেতিবাতিৰ কথা অলপ অচৰপ শিকিবও পাৰিম।" মই কলোঁ।

মোৰ কথাষাৰ শুনি ককাই সন্তোষ পালে। "হওঁতে তই সজ কথাষাৰকে কৈছ। মনাইক মাতি আনি কথাষাৰ কম বাৰু।" ককাই মোৰ কথাষাৰত হয়ভৰ দিয়াত ভাল পালোঁ। মনাই ককাইয়ে কি কয়, কব পৰা নাই।

গা পা ধুই হৰেনৰ লগত আমাৰ খেতিৰ মাটিডোখৰ চাবলৈ ওলালোঁ। কেইদিনমানৰ আগতে হৈ যোৱা বৰষুণৰ পানী আলিবাটৰ অ'ত ত'ত তেতিয়াও ডোঙা বান্ধি আছিল। ঠায়ে ঠায়ে



বোকাও হৈছিল। বোকা খছকি, পানীৰ ডোঙাবোৰ জপিয়াই আমি আগবাঢ়িলোঁ। পানীৰে চপ্ চপীয়া হৈ উপচি থকা গড়খাৱৈত কেইটামান লৰাই বৰষি বাই আছিল। মাছে পুঙা খাইছিল কাৰণে সিহঁত নিতাল মাৰি আছিল। সিহঁতক দেখি সৰুতে তাহানি এইদৰে বৰষি বোৱাৰ কথা মনত পৰিল। আমি বৰষি বাওঁতে সৰহভাগ গৰৈ মাছকে পাইছিলো। তাহানি গৰৈ মাছ পুৰি খোৱাৰ কথা মনত পৰি জিভাৰ পানী ওলাল।

অলপ আগবাঢ়ি গৈয়ে আমি পথাৰৰ আলিটো পালোঁ। পথাৰবোৰ পানীৰে উপচি আছিল। কিছুমান পথাৰত ভূঁই ৰোৱা হৈ গৈছিল। কিছুমানত তেতিয়াও ভূঁই কৃইয়ে আছিল। চাপৰি চাপৰি ভূঁই ৰোৱা মানুহকেজনীক মোৰ চিনি পাবলৈ টান হল। পথাৰ-সমাৰৰ দৃশ্যই গাঁৱৰ সৌন্দৰ্য্য। চহৰত এই দৃশ্য দেখিবলৈ পোৱা নাযায়। পানীৰে উপচি থকা পথাৰখন, তাৰ মাজে মাজে ভূঁই কৃই থকা মানুহকেজনী মোৰ চকুত ছবি যেন লাগিল। এয়ে জীৱন। ইয়াতে জীৱনৰ আচল ৰূপ লুকাই আছে। চহৰ জীৱনৰ কৃত্ৰিম ৰূপ ইয়াত নাই।

হৰেনৰ পিছে পিছে গৈ আমাৰ মাটিডৰা পালোঁ। পথাৰৰ একেবাৰে শেষ সীমাত আমাৰ মাটিডোখৰ। তাৰ কাষত ওখ এখন বহল ঠাই। সেইখনেই মৰিশালি। আধাপোৰা খৰি, ভগা টেকেলি এইবোৰ অ'ত ত'ত পৰি থকাৰ পৰাই বুজিলো সেইখন মৰিশালি বুলি।

আমাৰ পথাৰত মনাই ককায়ে কাম কৰি আছিল। হৰেনে মাত দিলেঃ "মনাই ককাই"

—"হয়, কোন পিনে আহিলানো? মনায়ে সুধিলে।

—"এইপিনে পথাৰ চাবলৈকে আহিলো ককাই। পিতায়ে তোমাক বিচাৰিছিল। আবেলিকৈ এবাৰ গৈ আহিবা চোঁন" হৰেনে কলে। মনাই ককায়ে হৰেনৰ কথা শুনিলে যদিও চকু থৰ

কৰি মোলৈহে চাই থাকিল। মনাইককায়ে মোক চিনি পোৱা নাছিল।

পথাৰৰ পৰা উভতি এবাৰ বকুলক লগ পাই যাওঁ বুলি ভাবিলোঁ। হৰেনক কোৱাত মোকে যাবলৈ কলে, তেওঁ নাযায়। ঘৰত কাম আছে।

"আখলঘৰৰ ছালত খেৰৰ খোছ কেইটামান মাৰিব লাগে, ডাঙৰকে বৰষুণ দিলে পানী পৰে" হৰেনে কলে। পথাৰলৈ ষোৱা আলিটো এৰি অহাবাটেদিয়েই হৰেন ঘৰমূৱা হল। মই বকুলহঁতৰ ঘৰৰ পিনে খোজ ললোঁ।

বকুলহঁতৰ ঘৰটো আলিবাটৰ পৰা অলপ ভিতৰলৈ সোমোৱা। আলিবাটৰ পৰাই তামোল-পানৰ বাৰী খন, আৰম্ভ হৈছে। তামোল গছৰ তলে তলে সাৰি মেলি চিকুণকৈ থোৱা বাটটো গৈ চোতাল ওলাইছে। চোতাল খনৰ একাষে পূবা পশ্চিমাকৈ ঘৰ ছুটা। ঘৰ ছুটাৰ সিফালে কলৰ বাৰীখন। চোতালৰ সোঁমাজত থিয় হৈ ইফালে সিফালে চালোঁ। আখলৰ মুধৰ পৰা ধোৱাঁ ওলোৱা দেখি বুজিলো বৌৱে ভাতৰ চৰুত সোমাইছে। কলৰ বাৰীখনত 'খছক' 'খছক' শব্দ শুনি চালো, বকুলে কল এথোক পাৰিছে। মই মাত দিলোঁ। বকুলে মোক দেখি আচৰিত হৈ সুধিলেঃ" ৰঙাই দেখোন, কেতিয়া আহিলিনো ?"

মই আগদিনা সন্ধিয়া পোৱাহিৰ কথা কলোঁ। কলডাল আজুৰি আজুৰি বকুলে সুধিলে ঃ "গাওঁবুঢ়াৰ ঘৰতে আছ হবলা ?" মই 'অঁ' বুলি শলাগিলোঁ।

মোৰ মাত শুনি বৌও ভিতৰৰ পৰা ওলাই আহিল। মই সুধিলোঃ "বৌ কেনে আছা ?"

—"আছোঁ বোপাই নমৰি জীয়াই। তইনো আহিলি কেতিয়া ?"

—"কালি আহিলো। গাওঁবুঢ়া ককাৰ ঘৰতে আছোঁ "কথাষাৰ



কৈ পিৰালিত আঁউজাই থোৱা পীৰাখন আনি চোতালতে বহিলোঁ। মোক বহা দেখি বৌৱে কলে ঃ "এৰা বোপাই, তাতে বহ। মোৰ আকৌ ধুতি গা। ভাত বহাবলৈ লৈছোঁ।"

ইতিমধ্যে কলথোক আনি চোতালত পেলাই বকুলে আষিয়াবলৈ ধৰিলে। মাল্‌ভোগ কলৰ থোক। লোহোৰা লোহোৰ কলবোৰৰ ভালেমান কেইটা আষি ওলাল। আষিবোৰ গোটাই বকুলে কলৰ চোচেৰে গাঠি পেলালে। বকুলৰ ককায়েকো ভিতৰৰ পৰা ওলাই আহি চোতালত বহিল। বকুলৰ ককায়েকৰ জ্বৰ। কেইবাদিনো হল, জ্বৰটো হেনো এৰাই নাই। মানুহজন খীনাই শুকাই তেনেই নোহোৱা হৈছে। গাত তেতিয়াও জ্বৰ আছিল হবলা। মানুহজনে কেঁকাই আছিল।

—"অ' বৌ, চাহপানী অকণ তপতা" বকুলে চিঞৰ মাৰি কলে।

চম্পাক তেতিয়াও নেদেখি সুধিলো ঃ "চম্পা নাই নেকি ?" বকুলেও নাজানে চম্পা কলৈ গল ? বৌয়েকক চিঞৰি সুধিলে ঃ "চম্পা কেনি গল অ' বৌ ?

"সেন্দুৰীৰ মাকে তাঁত বাতি কাঢ়িছে, তাইক মাতি নিছে। আহিব এতিয়া-ৰ।" কথাখিনি কৈ কৈ বৌ ওলাই আহিল কাঁহি এখনত চাহপানীৰ বাতি কেইটা লৈ। কাঁহিখন আমাৰ তিনিওৰে মাজত থৈ অলপ একাষৰীয়াকৈ বহি মোক সুধিলে ঃ পিছে থাকিবি নে যাবিগৈ ?"

—"নাযাওঁ বৌ, তুমি সিবাৰ আহোঁতে কৈছিলা নহয় গাঁৱলৈ আহি খেতিবাতিত লাগিবলৈ। সেইকাৰণে এইবাৰ উকিলৰ ঘৰৰ পৰা বিদায় লৈ আহিলোঁ।"

বৌৱে কথাষাৰ শুনি ভাল পালে যেন লাগিল। কলে ঃ "ভাল কৰিলি বোপাই। মাটি আছে, বাৰী আছে, কিহৰ ছুখত লোকৰ ঘৰত সদায় চাকৰ খাটি থাকিব লাগিছে ? পিছে মালতীৰ খবৰ একা ?"

—"ভাই মৌজাদাৰৰ ঘৰতে আছে। আহিবৰ সময়ত লগ ধৰি আহিছোঁ। তাইকো লাহেধীৰে লৈ আনিম।" বৌৱে মোৰ কথা শুনি ভাল পালে যেন লাগিল। মুখত সন্তোষৰ ভাব এটা লৈ ভিতৰলৈ গলগৈ। বকুলে কলে: "বৌ, তামোলৰ বটাটো দি যাবি।"

উকিলৰ ঘৰৰ পৰা খেতি কৰোগৈ বুলি বিদায় লৈ অহা কথাষাৰ বৌক মিছাকে কলো। মিছা নকৈয়ো উপায় নাই। সকলো মানুহকে সকলো কথা কব নোৱাৰি। বকুলক অৱশ্যে সকলো কথা কব লাগিব। তাক কোৱাত আপত্তি নাই।

বকুলহঁতৰ লগত কথাবতৰা পাতি থাকোঁতে বেলি ভালেমান হল। বৌৱেও মাজে মাজে কথাত যোগ দি ভাতৰান্ধি অতালে। তাতে ভাত খাবলৈ বৌৱে বৰকৈ ধৰিছিল। ককাৰ কথা কলো। সোনতৰায়ো বাট চাই থাকিব পায়। বৌৱে সুধিলে: "সোনতৰাৰ গাত লেঠা হবলা?" বৌৰ প্ৰশ্ন শুনি থতমত খালোঁ। তথাপি কলোঁ: "জানো, মই কব নোৱাৰোঁ।

—"তয়ো ভাল জনী। সুধিবলৈ আৰু মানুহ নাপালি?" বকুলৰ ককায়েকে বৌক কলে।

—"তইনো নিজে খবৰ কৰি নাহগৈ কেলেই?" বকুলে কলে।

তিনিওকো মাত লগাই গুছি আহিলোঁ। আহোঁতে বাটত সোনতৰাৰ কথা ভাবি আহিলো। তাইৰ গাত লেঠা যদিও কব নোৱাৰোঁ। মই সেইবোৰ চিনি নাপাওঁ। তথাপি সোনতৰা মাক হব, কথাষাৰ ভাবি ভাল যেনেকৈ লাগিল, আচৰিত যেনো লাগিল।

চাকিবাতি লগোৱাৰ পিছত ককাৰ লগত গুৱাহাটীয়াৰ দোকানৰ পিনে ওলাই গলোঁ। আজিকালি গুৱাহাটীয়াই দোকান সামৰি নামঘৰৰ পিৰালিতে হাৰিকেন লেম এটা লৈ বহে। গঞাৰাইজ কেইবাজনো তাত গোট খায়। গুৱাহাটীয়াই পুথি পঢ়ে, বাইজে শুনে। ডেকাচামৰ কোনোবা কোনোবা তাত বহেগৈ যদিও



সিহঁত নিয়মীয়া নহয়। কোনোটোৰ ঘৰত কাম থাকে। কোনোটোৰ চহৰলৈ গৈ উভতোতে নিশা হয়। এইবোৰ বাবেভচহু লেঠা। বুঢ়া কেইজন কিন্তু নিয়মীয়া। আটাইতকৈ আগৰণুৱা হল মহেশৰ দেউতাক গাঁওবুঢ়া ককা, বকুলৰ ককায়েক, সুনন্দ বুঢ়া, মনাইককাই আৰু মুহিতকাই—এই কেইজনেই। তিৰোতা মানুহ কোনো আহিব নোৱাৰে। সেই সময়ত সকলোকে ঘৰুৱা লেঠাই জুমুৰি দি ধৰে।

ককাৰ লগত নামঘৰ পালোগৈ। নামঘৰৰ মনিকূটৰ আগত আঠু লৈ সেৱা এটি কৰিলোঁ। তাৰ পিছত পিৰালিত বহিলোহি। বকুল, প্ৰভাত, নৰেনো বহিলহি। সিহঁতো অহা দেখি ভাল লাগিল। বুঢ়া কেইজনৰ মাজত আমি কেইটাহে ডেকা লৰা হলোঁ।

গুৱাহাটীয়াই পুথি মেলি সেৱা এটি কৰিলে। গুৱাহাটীয়াক দেখি সকলোৱে সেৱা কৰিলে। গুৱাহাটীয়াই সুৰ ধৰি গাবলৈ ধৰিলে:

প্ৰথমে প্ৰণমো ব্ৰহ্মৰূপী সনাতন।
সৰ্ব্ব অৱতাৰৰ কাৰণ নাৰায়ণ॥

তাৰ পিছত পুথিখন পঢ়ি গল: মহাসমুদ্ৰই যেনেকৈ কেতিয়াবা প্ৰশান্ত ৰূপ লয়, তেনেকৈ কেতিয়াবা অশান্ত ৰূপো লয়। সেইদৰে ব্ৰহ্ময়ো কেতিয়াবা সগুণ আৰু কেতিয়াবা নিৰ্গুণ ৰূপ লয়। সগুণ ব্ৰহ্মক মহেশ্বৰ বোলে মানে তেওঁ সকলো ঈশ্বৰৰ ওপৰত ঈশ্বৰ।

শঙ্কৰ ব্ৰহ্মা যত প্ৰজাপতি।
কৰযোৰে সবে কৰন্ত স্তুতি॥

ব্ৰহ্মা, বিষ্ণু, শিৱ—এই তিনিওজন সমান ঈশ্বৰ। মহেশ্বৰ কিন্তু এই তিনিওজনৰ ওপৰত। ব্ৰহ্মাই ভূল কৰি কৃষ্ণক মোহিত কৰিবলৈ আহি নিজে মোহিত হল। ব্ৰহ্মাই কৃষ্ণক স্তুতি কৰিলে।

এইবুলি গুৱাহাটীয়াই ৰাইজলৈ চাই গলখেকাৰি মাৰি সুৰ ধৰি গাবলৈ ধৰিলে:

মই কেন দুৰ্ব্বোধ দেখিয়ো ভগৱন্ত।
মায়াদিৰো ঈশ তুমি অনাদি অনন্ত॥

তোমাক পৰীক্ষো মই মায়াক প্ৰকটি।
অগনিৰ আগে যেন ক্ষুদ্ৰ ফিৰিঙতি ॥
অজ্ঞৰ ক্ষমিয়ো দোষ জগত নিবাস।
এহি কৃপা কৰা যেন বুলাওঁ তয়ু দাস ॥

মহেশ্বৰ ঈশ্বৰৰো ঈশ্বৰ। তেওঁ এক, অদ্বিতীয়। স্বয়ং সদাশিৱই কৃষ্ণক স্তুতি কৰিছে এইবুলি।

গুৱাহাটীয়াই আকৌ সুৰ লগাই গালে :

"নমো নমো মাধৱ বিধিৰো বিধিদাতা।
তুমি জগতৰ গতি তুমি পিতামাতা ॥
তুমি পৰমাত্মা জগতৰ ঈশ এক।
একো বস্তু নাহিকে তোমাত ব্যতিৰেক ॥

আমাৰ মহাপুৰুষেও সেই দেখি গাইছে :

"গোবিন্দ, গোবিন্দ, গোবিন্দ, গোবিন্দ, গোবিন্দ ৰাম মুৰাৰি।
অনন্ত কোটি ব্ৰহ্মাণ্ডৰ হৰি অধিকাৰী" সকলোৱে গুৱাহাটীয়াৰ লগতে সুৰ ধৰি তিনিবাৰ পদফাকি গালে।

ইয়াৰ পিছত ৰাইজলৈ চাই গুৱাহাটীয়াই কলে : তেনেহলে ৰাইজ, আজিলৈ পুথি সামৰোঁ। সকলোৱে 'হব' 'হব' বুলি শলাগিলে। পুথি সামৰাৰ পিছত বহা ঢাৰি কেইখন সামৰি সকলোৱে থাপনাৰ আগত আঠু লৈ ঘৰাঘৰি যাবলৈ ওলাল। ককাই লাখুটিত ভৰ দি লাহে লাহে খোজ পেলালে। মই ককাৰ পিছ ললো। এবাৰ বকুল কাষ চাপি আহি কলে : কাইলৈ ৰাতিপুৱা ভাগতে পথাৰৰ পিনে যাবিচোঁন।

বকুলে পথাৰলৈ মতা দেখি ভালেই পালোঁ। তাক অকলে লগ পোৱাৰ কথা মই ভাবি আছিলোঁ। ককাই বেগাই খোজ কাঢ়িব নোৱাৰে। ঘৰ পাওঁতে ভালেমান সময় লাগিল। মনাই ককায়ো লগে লগে আহিল। মনাই ককাই অহা দেখি ভাল



পালোঁ। কাৰণ মাটি ডোখৰৰ বিষয়ে কিবা এটা মীমাংসা হব লাগে। ককায়েই তাৰ মীমাংসা কৰক।

চালিখনৰ তলত সোনতৰাই জুই একুৰা জ্বলাই থৈছিল। হৰেনে জুইকুঁৰাৰ পোহৰত খৰাহি এটা সজাত ব্যস্ত আছিল। ককাৰ ওচৰতে সোনতৰাই মনাই ককাইকো বহিবলৈ দিলে। দুয়ো বহি জুই ফুৱালে। ওচৰতে বহি মই এবাৰ ককালৈ, এবাৰ মনাই ককাইলৈ চাই থাকিলোঁ। হৰেনে আপোনমনে খৰাহী সজাত লাগিল। সোনতৰাই ককাক ধপাত এচিলিম লগাই দিলে। ককাই "মা-ধৱ" বুলি হোকাত টোৰোক্ টোৰোক্ শব্দ তুলি ধপাত খোৱাত লাগিল।

মনাইককাইক দেখিলেই বুজিব পাৰি চিন্তাই জুৰুলা কৰা মানুহ বুলি। বয়স হয়তো বেচি হোৱা নাই। ককাই হোকাৰ পৰা চিলিমটো এৰোৱাই মনাইককাইলৈ আগবঢ়াই দিলে। হোকাটো ককাই মোক দিলে বেৰত আঁৰি থবলৈ। মনাইককায়ে আথেবেথে চিলিমটো হাত পাতি লৈ দুয়োখন হাতেৰে এটা কায়দাত ধৰি ধপাত খাবলৈ ধৰিলে। ককাই আৰম্ভ কৰিলে : "ইয়াক চিনি পাইছ নহয় মনাই ?"

—"পাইছোঁ, কেলেই নাপাম ?" মনায়ে কলে।

—"সি চহৰৰ পৰা আহিল, খেতিবাতি কৰি খাওঁ বুলি। পিছে তাৰ মাটি ডোখৰ তোক দিছিলো খেতি কৰিবলৈ।"

ককাৰ মুখৰ পৰা কথাষাৰ কাঢ়ি নিয়াৰ দৰে নি মনাই ককায়ে কলে :" শুনিছোতো। এতিয়া খেতিখোলা নহলে নিগমে মৰিম। সেই বাহ লৰাছোৱালীৰ মুখত দিম কিটো ?"

—"ৰ চোঁন, তইনো ইমান বিতত হৈছ কেলেই ? তাৰ দিহা এটা কৰি থৈছোঁ নহয় ? হওঁতে ৰঙায়েই কথাষাৰ কৈছে। তই খেতি কৰ। অকলশৰীয়া মানুহ যেতিয়া তোক যি হয় ৰঙায়ে সহায় কৰি দিব। তাৰ বাবত হিচাব এটা কৰি তাক ধানেই দিয় নে চাউলেই দিয় দিবি। কেনে দেখ জানো তই কথাটো ?

ককাই কথাষাৰ কোৱাৰ লগে লগে মই মনাইককাইৰ মুখলৈ চালোঁ। তেওঁ কলে: "সেইদৰে হলেতো মই ততেই পাওঁ।"

"অঁ, সম্ভৱহতে সেইটো বন্দোবস্তকে হওক। তাৰ পিছত তহঁতে যি ভাল দেখ কৰিবি, সেইটো তহঁতৰ কথা। কেৱল কাজিয়া-পেচাল নকৰিবি।"

মনাইককায়ে 'বৰ ভাল কথা' বুলি শলাগিলে। মানুহজনে যেন এটা ডাঙৰ চিন্তাৰ পৰা হাত সাৰিল, তেনে যেন অনুমান হল। ময়ো সকাহ পালোঁ। অলপ সময় বহি থাকি মনাই ককাই যাবলৈ উঠিল। হৰেনে খৰাহিটোৰ বাওঁটো বেতৰ সুতেৰে আটিলকৈ বান্ধিলে। মই একান্তমনে চাই থাকিলো। গাঁৱৰ লৰা হৈয়ো এইবোৰ বিদ্যা একোকে নাজানোঁ। চহৰত থাকি তেনেই এলাইবাহু হৈ পৰিলোঁ মনতে আক্ষেপ হল।

পুৱাবেলিকা পথাৰৰ পিনে ওলাই গলোঁ। আগদিনা বকুলে মাতি গৈছিল। পথাৰৰ আলিটো পাওঁতে দেখিলো পথাৰত ভালেমান মানুহে কাম কৰি আছে। কোনোৱে ভুঁই ৰুইছে, কোনোৱে আলি দিছে। বকুলক দূৰৈত দেখিলো—সি পথাৰৰ মাজৰ সৰু আলি এটাইদি আহি আছে। লাহে লাহে সি মোৰ ওচৰ পালেহি। তাৰ গাটো বোকাৰে লুতুৰি পুতুৰি। মই একো নোসোধাকৈয়ে সি কলে: "চেপা এটা পাতি থৈ আহিলোঁ।"

—"কত?" মই সুধিলো।

—"সেই মহেশহঁতৰ মাটিত।

—"মাছ পাবিনে?"

—"পাওঁ কেতিয়াবা। মহেশৰ বাপেকে গম পালে চেপাৰ মাছ কেইটাতো নিবই, গালিও পাৰিব। ইপিনে বৌজনীয়ে খাই মাৰিছে, 'মাছপুঠি কি পাৱ আনগৈ।' বকুল অলপ সময় মনে মনে থাকিল। তাৰ পিছত আকৌ কলে: "ককাইৰো শৰীৰটো মুঠেই ভাল নথকা হল। দুৰ্ব্বলো হৈছে।"



বকুলে আলিৰ দাঁতিতে বহি খোছনিৰ পৰা বিৰি এটা উলিয়াই জ্বলালে। ময়ো তাৰ ওচৰতে বহিলোঁ। ইটো সিটো কথা পতাৰ পিছত উকিলৰ জীয়েক ৰাণুৰ কথা ওলাল। ৰাণুৰ সকলো কথা তাক কলোঁ। তাইৰ কাৰণে যে ওলাই আহিব লগীয়া হলো, তাকো কলো। বকুলৰ আগত লাজসঙ্কোচ কৰিবলৈ একো নাই। সেইদিনা আবেলি ৰাণুৰ লগত হোৱা ঘটনাটোৰ কথাও কলো, সি সকলোবোৰ কথা মনোযোগ দি শুনি আছিল। তাৰ পাছত কলে: "চহৰৰ ছোৱালীবোৰ বৰ দুষ্ট। সেই হিচাপে আমাৰ গাঁৱৰ ছোৱালীবোৰ বৰ ভাল পাই। কাৰোবাৰ লগত যদি মনে মিলিছে, বিয়া কৰাইছে নাইবা পলাই গৈছে। তথাপি ইটোৰ লগত আজি, সিটোৰ লগত কালি, এইদৰে হাতবাত খন কৰি নুফুৰে পাই। এটা কথা অ' ৰঙাই, বায়েৰকো লৈ আহগৈ। গাভৰু ছোৱালী এইদৰে লোকৰ ঘৰত থকাটো থিক হোৱা নাই।"

"তাইক লগতে লৈ আহিব পাৰিলোহেঁতেন। পিছে আগতে থাকিবলৈ ঠাই এডোখৰ নহলেনো তাইক আনো কেনেকৈ?" মই কলোঁ।

মোৰ কথা শুনি বকুলে অলপ চিন্তা কৰা যেন লাগিল। কিছু সময়ৰ পিছত কলে: "তই বাৰীখনৰ হাবিবনবোৰ কাট। তাৰ পাচত সৰুকৈ ঘৰ এটা তৰিবি। খেৰবাঁহ মই যোগাৰ কৰিম। লাগি ভাগিও দিম।

বকুলে মোৰ মনৰ কথাষাৰকে কলে। চহৰৰ পৰা আহোঁতেও মই বকুলৰ কথাকে ভাবি আহিছিলো, তাৰ সহায়তে ঘৰ এটা সাজিব লাগিব বুলি। তাৰ কথাত সাহ পালো। পিছ দিনাৰ পৰাই হাবি কটা কাম আৰম্ভ কৰিবলৈ ঠিক কৰিলোঁ।

লাহে লাহে এটা এটাকৈ কথাবোৰৰ থানথিত লাগি অহাত মনটো ফৰকাল লাগিল। ককাকো বকুলৰ লগত হোৱা কথাবতৰাৰ কথা কলোঁ। ককাই শুনি ভাল পালে: "বাপেৰ ঢুকাওঁতেই

তহঁতৰ ঘৰৰ পৰা আনি থোৱা কাঠৰ পেৰা এটা মোৰ হাতত আছে। কাঁহিবাতি আদি যি এপদ দুপদ বস্তু পাইছিলোঁ, তাতে ভৰাই আনি থৈছিলোঁ। থানথিত লাগিলে সেই বাকচটো নি লবি।"

ককাৰ কথাষাৰ শুনি মনটো উদাসীন হৈ পৰিল। আইবোপাইৰ সোঁৱৰণী বুলিবলৈ মোৰ হাতত একোকে নাই। ককাই পুৰণি স্মৃতি হিচাবে পেৰাটো ইমান বছৰে সাঁচি থৈছে। কথাষাৰ ভাবি মনটো বেলেগ হৈ পৰিল। ককাৰ প্ৰতি কৃতজ্ঞতাত মূৰ দোঁ খাই আহিল। ককা আছিল বুলিয়েই আমি পৃথিৱীত জীয়াই থাকিলোঁ। নহলে আমাৰ অৱস্থা পানীত হাঁহ নচৰা হল হেঁতেন।

পিছদিনা বাৰীখনৰ গছবনবোৰ কাটিবলৈ লাগিলোঁগৈ। বকুলেও সহায় কৰিলেহি। অলাগতিয়াল গছবোৰ কাটি পেলালোঁ। ডাঙৰ গছবোৰৰো ঠালঠেঙুলিবোৰ কাটিলো। বাৰীখন মুকলি হৈ পৰিল। কেইজোপামান ডাঙৰ ডাঙৰ গছ কোনোবাই কাটি নিলে খৰি খাবলৈ। মূঢ়া কেইটাহে আছে। আমি গছবন কাটোঁতে বৌৱে নিজৰ ঘৰৰ চোতালৰ পৰা কিবাকিবি দিহাভৰষা দি আছিল। ঢেকীয়াডৰা ভুলতে কাটি পেলাওঁ বুলি বৌৱে কিজানি ভয় খাইছিল। ভয় খুৱাবলৈকে বকুলে কলে: "হেৰি নহয় বৌ, ঢেকীয়া শাকডৰা কি কৰোঁ এতিয়া?" "বৌৱে নেদেখাকৈ বকুলে হাঁহিছিল।

"এৰা পাই লহ্‌পহ্‌কৈ ঢেকীয়া ডৰা বাঢ়ি আহিছে, পাৰিলে নাকাটিবি হেৰ'।" বৌৱে কথাষাৰ বৰ দুখেৰে কোৱা যেন লাগিল। আমি দুয়ো বৰ ৰং পালোঁ।

পুৰণা ভেটিটোৰ হাবি-বনবোৰ কটা হল। এতিয়া ঘৰৰ নাম কৰি চালি এখন তৰি লব পাৰিলে মনৰ চিন্তা কিছু পাতলিব। সেইখিনি কাম কৰি লব পাৰিলেই এদিন চহৰলৈ গৈ বাইক লৈ আহিম বুলি মনতে পাঙিলোঁ। খেৰবাঁহ গোটাবলৈ উকিলনী আইদেৱে দিয়া টকাৰে একুৰি টকা বকুলক দিলো। হৰেনেও



ভলুকাবাহ দুটা দিলে। এইদৰে দুই এপদকৈ বস্তু কেইটা গোট খোৱাত ভাল লাগিল।

ঘৰটোত মূৰ সোমোৱাব পৰা হলেই ককাৰ ঘৰৰ পৰা গুছি আহিব লাগিব। সোনতৰাকো আহুকাল দিয়া হৈছে। তাই গা-নৰীয়া মানুহজনীয়েনো কিমান কৰিব?

বকুলে কোনোবা এপাকত গুৱাহাটীয়া দোকানীৰ হতুৱাই ভাল দিন এটা চোৱালে। সেইমতে ঘৰৰ খুটা পোতা হল। ঘৰৰ খুটা পোতাৰ লগে লগে বকুলে খাৱন-শোৱণ এৰি ঘৰটো সজাৰ কামত মোক সহায় কৰিলে। বৌৱেও মাজে সময়ে দিহা দি থাকিলহি। সৰু সৰু দুটা কোঠালী—এটা শোৱনী, এটা আখল। চাওঁতে চাওঁতে ঘৰটো সম্পূৰ্ণ হৈ উঠিল। সৰহভাগ কাম বকুলেই কৰিলে। বৌৱে আখলত চৌকা দুটা সাজি দিলে। বতাহে আমনি কৰিব বুলি ভিতৰৰ পিনে চৌকাৰ ওচৰৰ বেৰকণো লেপি দিলে। বৌ আৰু বকুলক মোৰ অন্তৰৰ শলাগ বুজাবলৈ কথাকে বিচাৰি নাপাওঁ। বকুল আৰু বৌ নোহোৱাহলে মই জানো ইমানখিনি কাম কৰিব পাৰিলোহেঁতেন।

ঘৰটো সম্পূৰ্ণ হোৱাত ককাৰ ঘৰৰ পৰা গুছি আহিলোঁ। বৌৱে পিছে সেইদৰে নতুন ঘৰটোত সোমাবলৈ নিদিলে। মাহ-প্ৰসাদৰ শৰাই এখন ঘৰতে সজাই আনি সেন্দুৰীৰ মাককো লগত লৈ দুআষাৰ মান নাম গালে। মাঙ্গলিক কামখিনি হৈ যোৱাৰ পিছত ঘৰটোত সোমাই মনটো যেনেকৈ ভাল লাগিল, তেনেকৈ বেজাৰো লাগিল। বাইলৈ মনত পৰিল।

নতুনকৈ জীৱনটো আৰম্ভ কৰা যেন লাগিল। এইটো জীৱনত বা কিমান অথন্তৰে দেখা দিয়ে, কোনে জানে। তথাপি ভগৱন্ত প্ৰভূক সাৰথি কৰি জীৱনৰ বাটত খোজ পেলাবলৈ মনটো বান্ধিলোঁ।

ঘৰটোত সোমালো যদিও ভালেমান কাম কৰিবলৈ আছিল। পথাৰলৈও অহাযোৱা কৰি আছোঁ। মনাই ককাইৰ দিহা মতে

পথাৰত ইটো সিটো কাম কৰি আছোঁ। মনাই ককাই অকলশৰীয়া মানুহ, তাতে অসুখীয়াও। মোক সহায় হিচাবে পাই মানুহজনে তত্ পালে।

ইয়াৰ ভিতৰতে এদিন চহৰলৈ বাইক আনিবলৈ যোৱাৰ কথা পাঙিলো। বৌকো কথাষাৰ কলো। বৌৱে কলে ঃ "তাইক আনিবি বাৰু। পিছে তাৰ আগতে আঁৰবেৰ অকণমান দি নললে তাই আমনি নাপাবহিনে? তই ডঙুৰা মানুহটো থাকিব পাৰিলি বুলি তাই গাভৰু ছোৱালীজনী কেনেকৈ থাকিবহি, তয়ে ভাবচোন। গাটো তিয়াবলৈকে তাইক আঁৰবেৰ অকণ নালাগিব জানো?"

বৌৰ কথাষাৰ শুনিহে মোৰ জ্ঞান হল। অন্ততঃ এইখিনি সুবিধা কৰি নললে বাই আহি আহুকাল পাব। চহৰলৈ কেইটা মান দিন পিছুৱাই যাবলৈ ঠিক কৰিলো। এই কেইটা দিনতে বৌৱে কোৱামতে বেৰকুৰ দি অলপ থিক কৰিব লাগিব।

তাৰ কাৰণে ছটামান বাঁহ গোটাব লগীয়া হল। হৰেনক কথাটো কলোঁ। হৰেনৰ বাৰীত ভলুকাবাঁহ হে আছে, জাতি-বাঁহ নাই। বকুলে বাঁহৰ যোগাৰ কৰিম বুলি গাত ললে। এদিন তিনিটা বাঁহ আনি পেলালেহিও। তাৰে খুটা চাৰিটা কাটি বাকী বাঁহটোৰে কামী চাচি এটা গা-ধোৱা ঘৰ তৰিলে। সিহঁতৰ কলৰ বাৰীখনৰ পৰা শুকান কলঠকুৱা এৰোৱাই আনি আঁৰ-বেৰ দি বঢ়িয়াকৈ গা-ধোৱা ঘৰটো সাজি পেলালে। তাৰপিছত আলিবাটৰ পৰা আঁৰ হবলৈ তেনেকৈ শুকান কলঠকুৱাৰে চকোৱা এখনো দিলে। বকুলৰ বুদ্ধি দেখি অবাক হলোঁ। গাঁৱৰ লৰা সকলোৰে হয়তো এইখিনি বুদ্ধি আছে। মই হে তেনেই এলাইবাহু হৈ থাকিলোঁ। মানুহে ঠেকিহে শিকে। মোৰ শিকাৰ সময় এতিয়া আহিছেহে। সময়ত সকলোখিনি কাম নিৰহনিপানীকৈ শিকি পেলাম।

বাই অহাৰ আগতে আৰু হুটা মান কাম কৰিবলৈ মন



কৰিলো। নহলে তাই আহিয়েই এইবোৰ কামত লাগিব। ঘৰটোৰ বেৰ কেইখন মাটিৰে লেপিলোঁ। এবাৰ লেপি উঠাৰ পিছত বেৰখন তেনেই চিৰালফটা দিলে। ভালকৈ শুকালত আৰু এবাৰ লেপিলোঁ। সেইবাৰ অলপ ভাল হল। ভেটিটো আৰু পিৰালিটোও সেইদৰে ছুবাত মান মচিলতহে ভাল হল।

কেইটামান দিন এইবোৰ কামত লাগি থাকোঁতে আজৰিকে নোপোৱা হলোঁ। পুৱাই পথাৰলৈ যাওঁ। মনাইককাইৰ লগত কাম কৰি এতিয়া পথাৰৰ কামবো ভালেখিনি আওভাও পোৱা হৈছোঁ। ঘৰৰ পিছফালে শাকপাত ছুডাল মান লগাওঁ বুলি এডোখৰ ঠাই কুৰি-মেলি থিক থাক কৰিলোঁ। এইদৰে দিনটো পৰিশ্ৰম কৰি সন্ধিয়া বেলিকা বকুলৰ লগত ওলাই গৈ গুৱাহাটীয়াই পুথি পঢ়া শুনোঁ। দিনৰ পৰিশ্ৰমৰ পিছত ছুষাৰ হৰিকথা শুনি মনটো ভাল লাগে। তাতে গুৱাহাটীয়াই কথাবোৰ মনত লগাকৈ ব্যাখ্যা কৰিবও জানে। কেতিয়াবা গান্ধীৰ কথা, কেতিয়াবা ভাগৱতৰ কথা, কোনোবা দিনা গীতাৰ বাণী গুৱাহাটীয়াই পঢ়ি শুনায়। গুৱাহাটীয়াই সুৰ ধৰি পঢ়া নামঘোষা, কীৰ্ত্তনৰ পদবোৰ শুনি শৰীৰ, মন জুৰ পৰি যায়।

পিছদিনাখন পুৱাতে চহৰলৈ যোৱাৰ কথা ঠিক কৰি গাঁওবুঢ়া ককাক খবৰটো কওঁগৈ বুলি আবেলি বেলিকা ককাৰ ওচৰলৈ গলোঁ। ককাই মোক পাই হাততে সৰগ পোৱা যেন পালে। ককাই বৰ ব্যস্ত হৈ কলে ঃ "হেৰ বোপাই, তোক ভগৱন্ত প্ৰভুৱেহে আনিলে। যাচোঁন বোপাই, পদ্মা বৰ আয়েৰক মাতি আনগৈ। বোৱাৰীজনী পাটীত পৰি কেঁকাই আছে। সিফালে সিটো পামলৈ গল, আজি তিনিদিন তাৰ দেখা দেখিয়েই নাই। তই পাৰিলে পামলৈ গৈ তাকো খবৰটো কবগৈ লাগিব।"

ককাৰ কথা শুনি খৰখেদাকৈ পদ্মা বৰআইৰ ঘৰ পালোগৈ। সোনকালেই ককাই মাতিছে বুলি বৰ আইক কৈ বকুলৰ বৌৰ

ওচৰ পালোগৈ। বৌকো কথাষাৰ কলো। বৌৱে কথাষাৰ বৰ গুৰুতৰ বুলি নললে যেন লাগিল।

"হেৰ', নপোৱতী মানুহ, সেইখিনি কষ্ট খাবই।" তাইৰ জানো ভাল হবৰ হৈছে ?"

বৌৰ কথাষাৰৰ উত্তৰ দিব নোৱাৰিলো। পেটে পেটে খঙো উঠিল। মই নো কেনেকৈ কওঁ, সোনতৰাৰ ভাল হবৰ হৈছে নে নাই ? মাইকী মানুহৰ কথাবোৰ বুজিও নাপাওঁ।

হৰেনক খবৰটো কবলৈ পামলৈ কাক লগত লৈ যাওঁ, সেইষাৰ কথাবেহে চিন্তাত পৰিলোঁ। বকুলক লগ নাপালোঁ। তাক লগ পালেও নিব নোৱাৰোঁ। বৌ সোনতৰাৰ ওচৰলৈ গলে বেমাৰী ককায়েক অকলে থাকিব। মনাই ককাইৰ লৰা বাপুকণকে লৈ পামলৈ যাবলৈ ওলালোঁ।

বাটপাথ চিনি নাপাওঁ, বাপুকণৰ সহায়তে যাবলৈ ওলাইছোঁ, বেতবাৰী গাঁও যেতিয়া পাওঁগৈ, তেতিয়া নিশা ভালেমান হৈছিল। বেতবাৰী গাঁৱৰ পৰাও পামলৈ প্ৰায় তিনিমাইল বাট। জোনাক নিশা বুলি খোজকাঢ়োতে সিমান কষ্ট নহল। মোৰ শৰীৰৰ কষ্টত কৈ মনৰ চিন্তাহে বেচি হৈছিল। সোনতৰাই বা এতিয়া কেনে পাইছে ? ককাও বৰ চিন্তিত হৈ পৰিছে। হৰেনক আনি ঘৰ পোৱালেহে যদি ককাৰ চিন্তা দূৰ হয়, ময়ো মনত শান্তি পাম।

ৰাতি পুৱাবলৈ বেচি পৰ নাছিল হবলা, তেনেকুৱাতে পাম পালোগৈ। তিনিটা ঘৰৰ কোনটো নো হৰেনৰ, আমি ধৰিব নোৱাৰিলোঁ। আমি 'হৰেনকাই' 'হৰেনকাই' বুলি কেবাবাৰো মাত দিওঁতে হৰেন ওলাই আহি আমাক দেখি বিচুৰ্ত্তি খালে। "কি হল, তহঁত যে এইদৰে নিশাখন ওলালিহি।" মই সোনতৰাৰ গা অসুখৰ কথা কলোঁ। ককাই তেওঁক নিবলৈ আমাক পঠিয়াইছে বুলিও কলোঁ। হৰেন চিন্তিত হল।

লৰালৰিকৈ জুইকুৰা ধৰি চাহপানী তপতালে। চাহপানী



তিনিবাতি বাকি শুকান চিৰা একোমুঠি দি আমাকো দিলে, তেৱে। খালে। তাৰ পিছত কাপোৰকানি কেইটা গোটাই আমাৰ লগত আহিবলৈ সাজু হল। তেতিয়াও ভালকৈ পোহৰ হোৱাই নাছিল। কাষৰ মানুহঘৰক বাহিৰৰ পৰাই কথাষাৰ কৈ হৰেনে আমাৰ লগতে খোজ ললে।

বাটত হৰেনে একো কথা কোৱা নাছিল। এবাৰ মইহে মাত দিলোঁ: "এইখিনি সময়ত তুমি এইদৰে আঁতৰি থকাটো থিক হোৱা নাই। ককা অকলশৰীয়া মানুহজনে কি কৰিব ?"

"নহয় অ' ৰঙাই, মাহ লেখেৰে তাইৰ ভাল হবৰ নৌ এথোন। নহলেনো এইদৰে মই আঁতৰি আহোঁনে ?" হৰেনে কথাষাৰ কৈ আকৌ গহীন হৈ পৰিল।

যিমান পাৰো খৰকৈ খোজ ললোঁ। আমি যেতিয়া গাঁও পালোহি, তেতিয়া ঘৰে ঘৰে গৰু গাই মেলিছে। ককাৰ ঘৰ পাওঁতে, ঘৰখন নিজান পৰি আছিল। সোনতৰাৰ মাতবোল নুশুনি মনটো চিৰিংকৈ গল।

পদ্মা বৰআই আৰু ককাই জুই ফুৱাই আছিল। আমাক দেখি বৰ আয়ে কলে: "ওৰেটো নিশা এইদৰেই গল। এতিয়াহে তাই অলপ তলকা মাৰিছে। তহঁত আহিলি যেতিয়া মই যাওঁ। গাটো তিয়াওঁগৈ।" তাৰ পিছত ককাক কলে: "তুমিও গাঁওবুঢ়া, গাটো তিয়াই পানীছুনি অকণ খোৱা। তেহে ভাল লাগিব।" কথাখিনি কৈ বৰ আই গলগৈ। ককা জুইৰ ওচৰতে বহি থাকিল। ধপাত এচিলিম লগাই দিবলৈ মোক কলে। হৰেনে সোনতৰাক চাই আহি ইটো সিটো কামবনত লাগিল।

অলপ সময় তাত থাকি বাপুকণ আৰু মই ককাক মাত লগাই গুছি আহিলোঁ। ককাই একো মাতবোল নকৰা দেখি মনটোত খোকোজা লাগি থাকিল। ককাৰ শৰীৰ বেয়া নেকি'? নে হৰেনৰ ওপৰতে অসন্তোষ কৰিছে।

ঘৰ পায়েই বাহিৰে বাহিৰে বকুলহঁতৰ চোতাল পালোগৈ। বৌৱে তেতিয়া বাহী বন কৰি অতোৱাই নাই। মোক দেখিয়েই কলে: "মই নকৈছিলো, তাইৰ লৰা পাবৰ সময় নৌ হয় এথোন। নতুন মানুহ কাৰণে সেইখিনি কষ্ট খাইছে। মই চাইচিতি আহিছো নহয়।"

অলপ বৈ মোক সুধিলে: "পিছে তই এতিয়া তাৰ পৰাই আহিলি নেকি? হবেন আহিলনে?"

বৌৰ কথাৰ উত্তৰ দি বেচি সময় তাত নাথাকিলো। সোনতৰাৰ কাৰণে চিন্তা হৈয়ে থাকিল। ভাগৰ লাগিছিল খুব। টোপনী ক্ষতিও তাতে। পাটীত বাগৰ দিয়াৰ লগে লগে শৰীৰ ৰাঁইজাঁই কৰি আহিল। চহৰলৈ যোৱাৰ কথা তেতিয়াহে মনত পৰিল। মনত পৰিল যদিও তেতিয়া আৰু চহৰলৈ যাবলৈ শৰীৰত শকতি নাছিল। মনতো বল নাছিল। দুই এদিন মান পলমকৈ হলেও একো নহয় বুলি ভাবি মনটোক প্ৰবোধ দিলোঁ।

তাৰ দুদিনৰ পিছৰ কথা। সন্ধিয়া বেলিকা নামঘৰৰ পিৰালিত বহিছোঁগৈ। গুৱাহাটীয়াই পুথি পঢ়িবলৈ আয়োজন কৰিছে। গঞা ৰাইজো দুই এজন গোট খাইছেহি। বকুলে ময়ে বহি কথা পাতি আছিলোঁ। এনেতে নৰেন আহিও আমাৰ ওচৰত বহিল। তাৰ মনটো মৰা। আমাৰ ওচৰতে বহি ফুচফুচাই কলে: "এইমাত্ৰ চহৰৰ পৰা আহিলো পাই। খবৰ এটা পাইছনে নাই জানো?"

—"কি খবৰ?" আমি দুয়ো একেলগেই সুধিলোঁ।

—"খবৰ বেয়াই। আহচোঁন বাটলৈ যাওঁ" নৰেনে কলে।

নৰেনৰ মুখত চহৰৰ বেয়া খবৰৰ কথা শুনি বুকুখন মোৰ চিৰিং কৈ গল। বাইৰ একো অঘটন ঘটা নাইতো? নৰেন আৰু বকুলৰ পিছে পিছে ময়ো বাটলৈ ওলাই আহিলোঁ। কেনেকুৱা ধৰণৰ বেয়া খবৰ শুনিব লাগিব বুলি কথাষাৰ ভাবি বুকুখন কঁপিবলৈ ধৰিলে। আলিবাটত আমি তিনিও থিয় হলো। নৰেনে মোলৈ চাই ঘপকৈ



কলে: "ৰঙাই, তই কাইলৈ ৰাতিপুৱাই চহৰলৈ যাগৈ, ধায়েৰৰ খবৰ ভাল নহয়।

নৰেনৰ মুখত কথাষাৰ শুনি আকৌ এবাৰ বুকুখন চিৰিংকৈ গল। মূৰটো আছন্নাই কৰিবলৈ ধৰিলে। থিয় হৈ থাকিব নোৱাৰো যেন লাগিল। পৰি যাওঁ বুলি বকুলক ধৰি থাকিলো। বাইৰ কি বেয়া খবৰ হব পাৰে, ভাবিবৰ শক্তি নোহোৱা হল। নৰেনে এইবিষয়ে আৰু কিবা কৈছিল যদিও শুনিব নোৱাৰিলোঁ। বকুলক সাবটি ধৰি হুকহুকাই কান্দি পেলালো।

বকুলে মোঁক সান্তনা দি কিবাকিবি কৈছিল। সিহঁতেই মোক ঘৰলৈ লৈ আহিল। বাইক আনিম বুলি আশা কৰি ঘৰটো সাজিছিলোঁ। ঘৰটোত সোমাই তাইৰ কথা বৰকৈ মনত পৰি শোকে খুন্দা মাৰি ধৰিলে। হুৰাওবাৱে কান্দিও মনৰ শোক পাতলাব নোৱাৰিলোঁ। নিশাতেই বাইৰ ওচৰলৈ লৰ মাৰিবৰ মন গৈছিল। নৰেন আৰু বকুলে হকাবধা কৰিলে। বৌৱেও 'নিশাখন যাব নালাগে, দোকমোকালিতে উঠি যাবিগৈ' বুলি উপদেশ দিলে। ময়ো চিন্তা কৰি চালো, মনৰ উত্তেজনাতে নিশা মৌজাদাৰৰ ঘৰ ওলালেগৈয়ো, তাইক জানো লগ পাম? তাইৰ বা কি অঘটন ঘটিছে?

আহিবৰ সময়ত মাত লগাওঁতে তাই মুখখন ওন্দোলাই পেলাইছিল। সেইখন মুখ মনত পৰি মনটো ইচাটি-বিচাটি লাগিল। তাইক সোনকালেই গাঁৱলৈ আনিম বুলি কথা দি আহিছিলো। তাই কিজানি নিতৌ মোলৈ বাটলৈ চাই আছিল। তাইৰ কি অঘটন ঘটিছে নাজানো যদিও তাৰ বাবে ময়েই সম্পূৰ্ণ জগৰীয়া।

মৌজাদাৰৰ ঘৰত ইমানবছৰ থকাৰ পিছতো শেষলৈ তাই গাঁৱলৈ আহিবলৈ কিয় ইমান উদ্বাউল হৈছিল। হয়তো মৌজাদাৰৰ সেই লম্পট লৰাটোৰ তাইৰ ওপৰত অত্যাচাৰ বেচি হৈছিল। কিন্তু কেনেকুৱা ধৰণৰ অত্যাচাৰ হব পাৰে, কথাষাৰ ভাবি মূৰটো গৰম

হৈ আহিল। তাহানি থানেশ্বৰ চাপ্ৰাচীয়েও মোক সাৱধান কৰি দিছিল। এইবোৰ কথা ভাবি ভাবি ওৰেটো নিশা চকুৰ পানী টুকি টুকি কটালোঁ। সেইনিশা বকুল মোৰ লগতে থাকিল। পোনতে বকুলে এষাৰ দুষাৰ সান্তনা দি কথা কৈছিল পিছলৈ সিও মনে মনে থাকিল। তাৰ মনটোও কিজানি বেজাৰে ছানি ধৰিছিল।

নিশাটো সেইদৰেই পাৰ হল। পোহৰ হোৱাৰ লগে লগে শোৱাপাটী এৰিলো। চহৰলৈ যাবলৈ সাজু হলো। চহৰলৈ যোৱাৰ আগতে ককাক খবৰ টো কৈ যাওঁ বুলি সোমালোঁ। ককা পাটীৰ পৰা উঠিছেহে মাথোন। মোক দেখিয়েই ককাই চিঞঁৰি উঠিল: "আহ বোপাই আহ। কালিয়েই খবৰটো পালো। নিশাই তোৰ ওচৰলৈ যাব খুজিছিলো। হৰেনো নাই। তাই হুকাবধা কৰিলে। যাব নোৱাৰিলো বোপাই।"

মই একো মাতিব নোৱাৰিলোঁ। ককাৰ ওচৰতে বহি পাৰোমানে কান্দিলোঁ। ককায়ো চকুপানী টুকিলে। বুঢ়া মানুহজনে কন্দা দেখি শোকে মোক দুগুণে খুন্দা মাৰি ধৰিলে।

ককাৰ ঘৰৰ পৰা ওলাই কোবাকোবিকৈ চহৰলৈ খোজ ললো। চহৰ পাই পোনেই বজাৰৰ পিনে বাট ললো। হৰিশৰ দোকান যেতিয়া পাওঁগৈ, তেওঁ দোকানৰ জাপ মেলিছেহে। তেওঁ মোক দেখি অকণো আচৰিত নহল। 'ৰঙাই, আহা বহা' বুলি দোকানৰ গাদীতে মোক বহিবলৈ দিলে। তাৰ পিছত এষাৰ দুষাৰ কথা পাতি ৰাতিপুৱা দোকানত কৰিব লগীয়া কামখিনি কৰিলে। গনেশৰ মূৰ্ত্তিজনাৰ আগত চাকিগছ জ্বলাই সেৱা কৰি মোৰ ওচৰতে বহিলহি। এইখিনি সময়লৈকে বাট চাই আছিলোঁ। ময়ে আৰম্ভ কৰিলোঁ: "কালি নৰেনে মোক খবৰ এটা কলেগৈ। কি নো হৈছে, মোক আতিগুৰি মাৰি কোৱা।" হৰিশে মোৰ মুখলৈ বৰ করুণ-ভাৱে চালে। মনত বেজাৰ, চকুত টোপনী নাই—এনে অৱস্থাত



মোৰ মুখৰ চেহেৰা কি হৈছে, হৰিশৰ মুখতে যেন তাৰ প্ৰতিবিম্ব দেখিবলৈ পালোঁ।

হৰিশে মোলৈ চাই থাকি থাকি পিছত কলে: "আগেয়ে চাহ এটোপা খোৱা।" এইবুলি কৈয়ে সমুখৰ চাহৰ দোকান খনলৈ যাব খুজিছিল, মই হাতত ধৰি কলো: "মোক চাহতাহ একো নালাগে। মাথোন বাইৰ কথা কি জানা, মোক কোৱাঁ! মই অস্থিৰ হৈ পৰিছোঁ।"

মোৰ কথাত তেওঁ অলপ বৈ কবলৈ ধৰিলে: "আজি পাঁচদিন হল, ঘটনাটো ঘটাৰ। শুনিছোঁ, চন্দন বোলা লৰাটোৱেই তাইক সৰ্ব্বনাশ কৰিলে। মানুহে কোৱা শুনিছোঁ, তাইৰ গাত তিনিমাহ লেঠাও হৈছিল। সেই কলঙ্ক লৈ তাই কিজানি জীয়াই থাকিব নোখোজিলে। তুমি যোৱাৰ পিছত তাই বৰ অসহায়া হৈ পৰিল কিজানি। পুৱতি নিশা গাত কেৰাচিন তেল ঢালি জুই লগাই দিলে। তেতিয়া হেনো মৌজাদাৰৰ ঘৰৰ কোনো উঠাই নাছিল। বাৰীৰ পিছফালে তাই এই কামটো কৰিছিল। জুইৰ পোহৰ ভালেমান নিলগৰ পৰা দেখা গৈছিল। জুই নুমুৱাওঁতে ভালেমান সময় লাগিল। মানুহেৰে ভৰি পৰিল। চন্দনে তাইক বচাবলৈ বৰ যত্ন কৰিছিল। তাৰ হাতদুখনো পুৰিলে। জুই যেতিয়া নুমাল, তেতিয়া সকলো শেষ। ডাক্তৰ খানালৈ শ টো নিছিল। ডাক্তৰে তাইৰ গাত লেঠা থকা কথাটো ধৰা পেলালে। তাৰ পিছদিনাই চন্দনক ককায়েকে কলিকতালৈ পঠিয়াই দিলে, পোৰা হাত দুখনৰ চিকিৎসা কৰিবলৈ। পিছে সেইদৰে তাক পঠিয়াই দিয়াত, চন্দনেই যে তাইক সৰ্ব্বনাশ কৰিলে, কথাষাৰ ওলাই পৰিল। তাৰ বন্ধুবান্ধৱে কোৱা শুনিছোঁ, সি হেনো তাইক বিয়া কৰাব খুজিছিল। ককায়েক বৌৱেক হঁতে ক'ত তাক চাকৰনী ছোৱালী এজনী বিয়া কৰাবলৈ দিব? এই কথা লৈ ককায়েকহঁতৰ লগত মনান্তৰো হৈছিল। এইবোৰ নানাধৰণৰ

কথা মানুহৰ মুখে মুখে। এতিয়াও কথাষাৰ তল পৰা নাই।”

হৰিশৰ মুখতহে প্ৰথম বাইৰ মৃত্যুৰ কথা জানিলোঁ। বাইৰ মৃত্যুৰ কথা জানিও কান্দিব নোৱাৰিলোঁ। চকুৰ পানী কিজানি মোৰ শেষ হৈ গৈছিল। হৰিশৰ পৰা কথাবোৰ শুনি থাকোঁতে গাৰ তেজবোৰ উতলিবলৈ ধৰিছিল। অন্তৰত প্ৰতিশোধৰ জুই জ্বলিছিল। কি ধৰণেৰে প্ৰতিশোধ লব পাৰি চিন্তা কৰিছিলোঁ। তাৰ আগতে এবাৰ ডেকা মৌজাদাৰক লগ পাবৰ মন গল। ডেকা মৌজাদাৰে বাইৰ মৃত্যুৰ কৈফিয়ৎ কি বুলি দিয়ে শুনিবৰ মন গল। চন্দনক লগ পোৱাৰ আশা নাই। কলিকতা বহুত দূৰ। তাৰ সোনকালে উভতিবৰ আশাও নাই।

মৌজাদাৰৰ ঘৰ পালোগৈ। বাহিৰত নৰৈ পোনে পোনে ভিতৰ চোতাল পালোগৈ। মৌজাদাৰৰ বোৱাৰীয়েক ওলাই আহিল।

—“কোন তই?” তেখেতে সুধিলে।

—“মই ৰঙাই, মালতীৰ ভায়েক। মোক চিনি পোৱা নাই?” মই গহীন সুৰত কলোঁ।

—“অঁ পিছে কি হল?”

—“ডেকা মৌজাদাৰ ক’ত?”

—“নাই, কেলেই?”

—“মোক এটা কথা কওক।”

—“কি কথা?”

—“মোৰ বাইক কোনে মাৰিলে?”

—“কোনেও মৰা নাই। তাই আপোনঘাতী হল। চহৰৰ সকলো মানুহেই জানে।”

—“আপোনঘাতী হবলৈ তাইক কোনে বাধ্য কৰালে?”

—“ইমান কৈফিয়ৎ লবলৈ সাহ কত পালি?”



—ডাক্তৰে কৈছে, তাইৰ গাত লেঠা আছিল, সেইটো কেনেকৈ হবলৈ পালে?

—কেনেকৈ হবলৈ পালে আমি কেনেকৈ জানিম? তাই ক’ত কি কৰি ফুৰিছিল, আমি পিছে পিছে লাগি চাই ফুৰিছিলোগৈনে?

চন্দনেই তাইক সৰ্ব্বনাশ কৰিলে।

—মিছা কথা। ভদ্ৰঘৰৰ লৰাৰ নাম লবলৈ তোৰ ইমান সাহ? জনা নাই, তোক এতিয়াই পুলিচত দিব পাৰোঁ।

—পুলিচলৈ ভয় নকৰোঁ। পুলিচে ধৰিলে, মোৰ ভালহে হব।”

—সৰু মানুহৰ মুখত বৰ কথা শোভা নাপায়, বুজিছ? তই এতিয়াই ওলাই যা, নহলে কথা বেয়া হব।

—ওলাই যাম। কিন্তু মনত ৰাখিব, এই পাপ কেতিয়াও লুকাই নাথাকে। সংসাৰত ধৰ্ম্ম নোহোৱা হোৱা নাই।

মৌজাদাৰৰ ঘৰৰ পৰা ওলাই আহিলো। খং, বিদ্বেষ, ঘৃণা প্ৰতিশোধ-ভাবত মই থক্ থক্‌কৈ কঁপিছিলো। ইয়াৰ পিছত মনে মনে থকাৰ কথা নাই। প্ৰতিশোধ লবই লাগিব। নহলে অন্তৰে শান্তি নাপায়। বাইৰ আত্মায়ো শান্তি নাপায়।

ভাবিছিলো, হৰিশৰ দোকানলৈকে যাওঁ। অলপ চিন্তা কৰি নোযোৱাটোকে থিক কৰিলোঁ। গাওঁৰ পিনে খোজ ললো। বাটত মুকলি পথাৰ এখন পাই গছ এজোপাৰ তলতে বহিলোঁ। নিজান পৰিৱেশত মগজটোৱে চিন্তা কৰিবলৈ সুবিধা পালে।

প্ৰতিশোধ মই লমেই। কেনেকৈ লম? মৌজাদাৰৰ ঘৰত জুই লগাই দিম নেকি? পিছ মুহূৰ্ত্ততে ভাব হল, জিণ্টা-ময়নী হঁতেতো মোক একো কৰা নাই। সিহঁতৰ কোমল মুখ দুখন চকুত ভাহি উঠিল। বায়েই সিহঁতৰ আলপৈচান ধৰি ইমান একোটা কৰিলে। নাই সেই অজান শিশু হালৰ একো অপকাৰ হব নোৱাৰে। সিহঁত কুশলে থাকক। তাৰ পিছত ভাব হল,

মৌজাদাৰৰ দুকোঠলীয়া মেটমৰা ভৰালটোত জুই দিম। অন্যায় অবিচাৰৰ জলন্ত সাক্ষী এটা শেষ হৈ যাওক।

তাৰ পিছত পুলিচে মোক ধৰিব। হয়তো মই নিজেই পুলিচৰ হাতত ধৰা দিম। ভৰালত জুই দিয়া অপৰাধত মোৰ বিচাৰ হ'ব। সেই বিচাৰত মই মুক্ত কণ্ঠে সকলো কথা কম।

বিচাৰত মোৰ জেল হব, ফাঁচী হব—যিমান গুৰুতৰ শাস্তি হব পাৰে, সিমান হব। তাৰ মাজতে এটা কথা ভাবিয়েই মই সান্ত্বনা লম, মৌজাদাৰৰ বংশৰ এটা কলঙ্কৰ কথা সকলোৰে আগত কব পাৰিলো বুলি। সেয়ে হব মোৰ মনৰ সান্ত্বনা। সেয়ে হব মোৰ একেজনী বাইৰ পৱিত্ৰ স্মৃতিৰ প্ৰতি এটুপি চকুলোঁ।

---